# আনন্দিৰাম দাসৰ গীত

সম্পাদনা

পুৰুষোত্তম দাস



অসম প্ৰকাশন পৰিষদ
গুৱাহাটী—৭৮১০২১

ANANDIRAM DASAR GEET : A Collection of songs composed in Assamese by Anandiram Das and published by Laxmi Nath Tamuly IAS, Secretary, Publication Board Assam, Guwahati, Assam, India

Price Rs 150.00

Second Edition : December 2003

---



প্ৰকাশক

লক্ষ্মীনাথ তামুলী আই এ এছ

সচিব

অসম প্ৰকাশন পৰিষদ

গুৱাহাটী ৭৮১ ০২১

প্ৰথম প্ৰকাশ : ডিচেম্বৰ ১৯৮৮

দ্বিতীয় প্ৰকাশ : ডিচেম্বৰ ২০০৩

মূল্য : ১৫০.০০ টকা

মুদ্ৰণ

ভৱানী অফ্‌ছেট এণ্ড ইমেজিং চিষ্টেম্‌ছ প্ৰাঃ লিঃ

ৰাজগড় ৰোড, গুৱাহাটী-৭৮১০০৭

# সচিবৰ ভূমিকা

১৯৫৮ চনতে প্ৰতিষ্ঠাপিত অসমৰ জাতীয় অনুষ্ঠান অসম প্ৰকাশন পৰিষদে অসমৰ ভাষা-সাহিত্য-সংস্কৃতিলৈ অনেক মূল্যবান অবদান আগবঢ়াইছে। পৰিষদে আৰ্থিক লাভালাভলৈ আওকাণ কৰি আমাৰ ভাষা-সাহিত্য-সংস্কৃতিৰ শ্ৰেষ্ঠ সাহিত্যিকসকলৰ ৰচনাৰাজি একত্ৰে সঙ্কলন--- যথা, গোহাঞিবৰুৱা ৰচনাৱলী, জ্যোতিপ্ৰসাদ ৰচনাৱলী, ফণী শৰ্মা ৰচনাৱলী, বাণীকান্ত ৰচনাৱলী,অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী, ৰত্নেশ্বৰ মহন্ত ৰচনাৱলী, লম্বোদৰ বৰা ৰচনাৱলী, ভোলানাথ দাস ৰচনাৱলী আদিৰ উপৰিও সাহিত্যিক-ৰাজনীতিক গোপীনাথ বৰদলৈ, তৰুণৰাম ফুকন, নবীনচন্দ্ৰ বৰদলৈ আদিসকলৰ সমগ্ৰ ৰচনা প্ৰকাশ কৰি অসমীয়া বুদ্ধিসত্তা আৰু বৌদ্ধিক জগতত এক আলোড়নৰ সৃষ্টি কৰিছে। ঠিক একেদৰে বিশ্ববিশ্ৰুত মহাত্মা গান্ধী, জৱহৰলাল নেহৰু, ড° সৰ্বপল্লী ৰাধাকৃষ্ণণ, ৰাস্কিন, ৰাছেল, ৰবীন্দ্ৰনাথ আদিৰ লেখীয়া মনীষীসকলৰ চিন্তা-ভাৱনা প্ৰকাশক গ্ৰন্থৰ প্ৰকাশৰদ্বাৰা অসমীয়া পাঠকৰ মানসিক দিগন্ত বিস্তৃত-বিধৌত কৰাত সহায় কৰিছে। অসমৰ প্ৰাচীন বুৰঞ্জী অধ্যয়নৰ দিশতো অসম প্ৰকাশন পৰিষদ এক বলিষ্ঠ ভূমিকাত অৱতীৰ্ণ হৈছে। ড° মহেশ্বৰ নেওগৰ প্ৰাচ্য-শাসনাৱলী, ড° ডিম্বেশ্বৰ শৰ্মাৰ কামৰূপ-শাসনাৱলী, হিতেশ্বৰ বৰবৰুৱাৰ আহোমৰ দিন, গুণাভিৰাম বৰুৱাৰ আসাম বুৰঞ্জী, পদ্মনাথ গোহাঞিবৰুৱাৰ অসমৰ বুৰঞ্জী, ড° হেৰম্বকান্ত বৰপূজাৰীৰ দ্য কম্প্ৰিহেনচিভ হিষ্ট্ৰি অব আচামকে ধৰি বুৰঞ্জী বিষয়ক গ্ৰন্থ প্ৰকাশ কৰি পৰিষদে বুৰঞ্জী ৰচনাৰ ধাৰাবাহিকতা অটুট ৰাখিছে। এই দিশত এক বলিষ্ঠ সংযোজন হ'ল অসমৰ প্ৰথম আলোচনী অৰুনোদই, আসাম বন্ধু আৰু মৌ ৰ একত্ৰ সঙ্কলন।

বৈষ্ণৱ যুগৰ অবদান বিষয়ক গ্ৰন্থ--- সত্ৰীয়া নৃত্য আৰু সত্ৰীয়া নৃত্যৰ তাল, সত্ৰ-সঙ্গীতৰ স্বৰৰেখা, কীৰ্তন-ঘোষা আৰু নাম-ঘোষা , প্ৰাচ্য-পাশ্চাত্যৰ ৰামায়ণ, মহাভাৰত, ইলিয়াদ, ওডিছী আৰু ইনীদৰ দৰে ধ্ৰুপদী মহাকাব্যৰ প্ৰকাশনক আমাৰ পাঠক সমাজে সাদৰেৰে আঁকোৱালি লৈছে।

ভাৰতীয় পৰম্পৰাৰ পঞ্চতন্ত্ৰ, হিতোপদেশ, কথা-সৰিৎ সাগৰ ; বিশ্ব-সাহিত্যৰ অজান দেশত এলিচ আদি এক সংখ্যক প্ৰখ্যাত শিশু-গ্ৰন্থ আৰু জনপ্ৰিয় বিজ্ঞান বিষয়ক পুথিৰে অসম প্ৰকাশন পৰিষদে ভাষা-সাহিত্যৰ প্ৰচাৰ-প্ৰসাৰত সততে অৰিহণা যোগাই আহিছে।

কিন্তু অসম প্ৰকাশন পৰিষদৰ দৰে জাতীয় অনুষ্ঠান এটাৰ পৰা ইতিমধ্যে প্ৰকাশিত অনেক দুৰ্মূল্য আৰু দুষ্প্ৰাপ্য গ্ৰন্থ বছৰ বছৰ ধৰি প্ৰকাশ নোহোৱাকৈ থকাত গ্ৰন্থ-আগ্ৰহী সমাজ গ্ৰন্থ-অধ্যয়নৰ পৰা বিৰত থাকিব লগাত পৰিছে। সেয়েহে আমি এই ২০০৩ বৰ্ষতে প্ৰায় ছকুৰি গ্ৰন্থ পুনঃ মুদ্ৰণ কৰি পাঠকসমাজলৈ আগবঢ়ালো। আশা কৰিছো, পঢুৱৈ সমাজে প্ৰকাশন পৰিষদৰ গ্ৰন্থ পূৰ্ব্ববৎ আগ্ৰহেৰে আদৰি ল'ব।

লক্ষ্মীনাথ তামুলী আই এ এছ
সচিব
অসম প্ৰকাশন পৰিষদ

গুৱাহাটী
ডিচেম্বৰ ২০০৩

# ভূমিকা

বৰ্তমান শতিকাৰ বিশ-ত্ৰিশৰ দশকত অসমৰ সংগীত জগতত এক পৰিবৰ্তনৰ সূচনা লক্ষ্য কৰা যায়। স্বকীয় বৈশিষ্ট্যপূৰ্ণ মৰ্যাদাৰ আসনত অসমীয়া সংগীতক প্ৰতিষ্ঠিত কৰি যি কেইজন মুষ্টিমেয় শিল্পীয়ে এই পৰিবৰ্তনৰ সূচনা কৰিছিল, বনকোঁৱৰ আনন্দিৰাম দাস আছিল সেইসকলৰ ভিতৰত অন্যতম সুৰশিল্পী।

আনন্দিৰাম দাসে যাইকৈ বিহুগীত, বনঘোষাৰ ঠাঁচত 'বনগীত' নামেৰে এবিধ আধুনিক গীতৰ সৃষ্টি কৰিছিল। 'বনগীত'ৰ ধাৰা এতিয়াও প্ৰচলিত। আনন্দিৰাম দাসৰ একমাত্ৰ গীতৰ সংকলন হ'ল 'সুৰ নিজৰা' (১৯৩৯)। কিন্তু তেওঁৰ বহুসংখ্যক গীত অসমৰ শ্ৰেষ্ঠ শিল্পীৰ কণ্ঠত গ্ৰামোফোন ৰেকৰ্ডযোগে প্ৰচাৰিত হৈছে। আজিৰ চাম পাঠক-গায়ক-শ্ৰোতাৰ বাবেও বনগীতৰ আবেদন অব্যাহত হৈ ৰৈছে।

বনকোঁৱৰ আনন্দিৰামৰ গীতৰ এই সংকলনটি প্ৰকাশৰ যোগেদি অসম প্ৰকাশন পৰিষদে মহান শিল্পীগৰাকীলৈ শ্ৰদ্ধাঞ্জলি নিবেদন কৰিছে। সংকলনটি সম্পাদনা কৰি সজাই-পৰাই ছাইজৰ আগলৈ উলিয়াই দিয়াত সহায় কৰা বাবে আমি যশস্বী শিল্পী পুৰুষোত্তম দাসদেৱৰ ওচৰত কৃতজ্ঞ।

ডিচেম্বৰ

১৯৮৮

শ্ৰীসতীশ ভট্টাচাৰ্য্য
সচিব
অসম প্ৰকাশন পৰিষদ

—সূচীপত্র—

# পাতনি

যোৱা তৃতীয় দশকত অসমৰ সঙ্গীত-সংস্কৃতি জগতত এটি নাম জনাজাত হৈ পৰিছিল। আমি তেতিয়া বৰপেটাৰ বিদ্যাপীঠ হাইস্কুলৰ ছাত্ৰ। সেই নামৰ মানুহজনক চাবলৈ আমাৰ বৰ হাবিয়াস হৈছিল। তেওঁ গীত ৰচে, সুৰ দিয়ে, নিজে গায় আৰু আনকো গোৱায়। তেওঁৰ গীত আলোচনীৰ পাতত পঢ়োঁ, বাতৰি কাকতত পঢ়োঁ আৰু গ্ৰামোফোন ৰেকৰ্ডত শুনো। মানুহজনৰ বিষয়ে কেতিয়াবা আমাৰ বন্ধু মহলত কথা ওলালে মন.দি শুনো। কোনোৱে কয় তেওঁৰ ঘৰ যোৰহাটত, কোনোৱে কয় নগাঁৱত আৰু কোনোৱে কয় গুৱাহাটীত বুলি। মানুহজনক চাবলৈ, তেওঁৰ বিষয়ে জানিবলৈ মনৰ ইচ্ছা তীব্ৰৰ পৰা তীব্ৰতৰ হয়। এনেতে এটি সুযোগ ওলাল। উনৈশ শ ছয়ত্ৰিশ-সাতত্ৰিশ চনৰ কথা। আমাৰ স্কুলৰ দলৰ লগত ময়ো যাব লাগে গুৱাহাটীলৈ টুৰ্ণামেণ্ট্ খেলিবৰ বাবে। মই খেলৰ খ-টো নাজানো; তথাপি দলত মোক স্কুল কৰ্তৃপক্ষই অন্তৰ্ভুক্ত কৰিছে গানৰ বাবে। স্কুল টুৰ্ণামেণ্টৰ শেষৰ দিনা গধূলি হোৱা কেম্প্ ফায়াৰত গান গাবলৈ। যথা সময়ত কেম্প্ ফায়াৰত গান গালো। শ্ৰোতা সকলৰ আদেশ বা অনুৰোধ ক্ৰমে চাৰিটা গান গাই মই যেতিয়া চালপীৰাখনৰ পৰা নামি আহিলো তেতিয়া আমাৰ দলৰ ল'ৰাবোৰে মোক প্ৰায় দাঙি লৈয়ে গ'ল আৰু বৰপেটীয়া মাতেৰে প্ৰশংসা কৰিবলৈ ধৰিলে, "তোৰ গাহানক কাইও পাৰা নাইদে। বেচ হৈছে। তাহুন হিন্দী বাঙালী গানহে গাইছে। তুইহে একমাত্ৰ অসমীয়া গাহেন গাইছা," ইত্যাদি। খেলৰ প্ৰতিযোগীসুলভ মনোভাব গানৰ লগে লগে আমাৰ ল'ৰাহঁতৰ কথা আৰু উচ্ছ্বাসতো প্ৰকাশ পায়।

এনেতে পিছফালৰ পৰা কাৰোবাৰ হাত মোৰ কান্ধত পৰাত ঘূৰি চাই দেখো এজন ডেকা মানুহ। মাৰ্জিত পোছাক-পৰিচ্ছদৰ, নিয়মীয়া শাৰীৰিক গঠনৰ, তেজগোৰা বৰণৰ, নাক জোঙা, টনা-টনা চকুৰ, ওঁঠত হাঁহি লাগি থকা মুখখনে মোক নিমিষতে আকৃষ্ট কৰি পেলায়।

"ভাইটি তুমি বৰপেটাৰ ?"

"হয় দিয়ক ।"

"এৰা, বৰপেটা হৈছে অসমৰ লক্ষ্ণৌ ।"

এই কথাষাৰৰ অৰ্থ মই বুজিব নোৱাৰি তেওঁৰ ফালে ভেবা লাগি চাই থাকো ।

"গীত কেইটি যে গালা, কোনে ৰচনা কৰা গীত ?" তেওঁ আকৌ সুধিলে ।

"মই ৰচনা কৰা দিয়ক ?"

"সুৰবোৰ কোনে কৰিছে ?"

"ময়ে কৰিছো দিয়ক ।"

"বাহ্ বেচ হৈছে এতিয়ালৈ কিমান গান ৰচিছা ?"

"বহুত দিয়ক ।"

"বেচ-বেচ গানবোৰ বৰ সুন্দৰ হৈছে ৷ গান লেখিবলৈ নেৰিবা । লিখি থাকিবা । আমি অসমীয়া গানৰ প্ৰচলন কৰিব লাগিব ।" 'অসমীয়া গানৰ প্ৰচলন কৰিব লাগিব [illegible] কথা মই ইমান দিনে অন্তৰত পোষণ কৰি আছিলো, সেইধাৰৰ কথা তেওঁৰ মুখতো শুনাত মই উদ্বুদ্ধ হৈ পৰো । তেতিয়াও তেওঁৰ নাম জনা নাই, তেওঁক চিনিও পোৱা নাই । গতিকে আজ-ভয় এৰি মই তেওঁৰ নাম সুধিলো । "এ, মোৰ নাম আনন্দিৰাম দাস, মই গুৱাহাটীৰে মানুহ ।"

তেওঁৰ নামটো শুনাৰ লগে লগে আমাৰ বৰপেটীয়া দলটোৱে তেওঁক ঘেৰি ধৰিলে । কাৰণ নামটো সকলোৱে জনা আছিল, মাত্ৰ শাৰীৰিকভাৱেহে মানুহজনক দেখা নাছিল । আৰু মই,— হাততে সৰগ চুকি পোৱা যেন পালো । আকৌ তেওঁ মোক সুধিলে, "তুমি কোন ক্লাছত পঢ়া ?"

"ক্লাছ এইটত দিয়ক ।"

"বেচ, পঢ়া-শুনাও নেৰিবা, গান লিখিবও নেৰিবা ।" আৰু কিবা কিবি কৈ তেওঁ মোক যথেষ্ট উৎসাহিত কৰিলে । সেই অলপ সময়ৰ ভিতৰতে তেওঁৰ মিঠা ব্যক্তিত্বই আৰু ইমান আকৰ্ষিত কৰিছিল যে তেওঁৰ বিষয়ে আৰু অধিক জানিবৰ, আৰু বহুত শুনিবৰ এটি হেঁপাহ লৈ পিছদিনা পুনৰ আমি গুৱাহাটী এৰিলো ।

তেওঁক জনা আৰু তেওঁৰ বিষয়ে আৰু বেছিকৈ জনাৰ অনুৰক্ত হৈপাহ লৈ গুৱাহাটী এখিবৰ দিনা ভবা নাছিলো যে ভৱিষ্যতে কৰ্মময় জীৱনত তেওঁক অতি ওচৰৰ পৰা আৰু অতি ঘনিষ্ঠভাৱে জানিবলৈ আৰু অসমৰ কলা-সংস্কৃতিৰ ক্ষেত্ৰত এজন পথ-প্ৰদৰ্শক সহযোগী হিচাপে পাবলৈ সুযোগ ওলাব। আৰু ভবা নাছিলো যে তেওঁৰ কৰ্মৰাজিৰ আৰু সংঘাতময় জীৱনৰ ক'লা-বগা কথাবোৰ ময়ে এদিন লিখিব লাগিব।

আনন্দিৰাম দাসৰ জন্ম হয় গুৱাহাটীৰ খাৰঘুলিত ১৯০৯ চনত এটি মধ্যবিত্ত পৰিয়ালত। তেওঁৰ জন্মৰ আগৰ আৰু পিছৰ অসমৰ সংগীত-সংস্কৃতি জগতৰ চুথ লগা ভাৱে পিছপৰা পৰিবেশ আৰু অৱস্থাৰ বিষয়ে পৰ্যালোচনা কৰিলে দাসক সময়ৰ বৌদ্ৰতী সুঁতিৰ এটি অবদান বুলি কব পাৰি। "   ··প্ৰায় তিনিকুৰি বছৰৰ আগৰ কথা। আমাৰ বুঢ়ী আয়ে (মাতৃৰ মাতৃ) কৈছিল, চহাই-বহাই শিকিলা, ৰাতিক দিন যেন দেখিলা। ক'বলগীয়াতো, বুঢ়ী আইৰ বয়সে হীৰক জয়ন্তী পাৰ হৈছিল। কিমাননো নতুন শিকাৰুৰ বেহেলাৰ ৰেপনি শুনিব! ·· ····তেতিয়াৰ দিনৰ ছাত্ৰ-ছাত্ৰীয়ে নৃত্য-গীত কৰা গছত গৰু উঠাৰ তুলা। কলিকতাত পঢ়া দুই-এজন ছাত্ৰই দুই-এটি গীতৰ সুৰ লৈ আহে আৰু সেই সুৰতে সুৰ মিলাই অসমীয়া গীত ৰচনা হয়। স্বনামধন্য সঙ্গীতজ্ঞ লক্ষ্মীৰাম বৰুৱাৰ 'সংগীত-সাধনা' আৰু 'সঙ্গীত-কোষ' তেতিয়া প্ৰকাশ হৈছিল। কিন্তু সঙ্গীত সাধনা কৰে কোনে?"

এই কথা লিখিছে সেই সময়ৰ সঙ্গীতজ্ঞ স্বৰ্গীয় নাৰায়ণ চন্দ্ৰ বৰুৱাই 'সঙ্গীত-সাধক শশীকান্ত' নামৰ পুথিত।

উক্ত পুথিতে স্বনামধন্য সাহিত্যিক অবসৰপ্ৰাপ্ত অধ্যক্ষ ত্ৰৈলোক্য-নাথ গোস্বামীয়ে তেওঁৰ এটি প্ৰবন্ধত লিখিছে, "আমাৰ ল'ৰাকালত নলবাৰী অঞ্চলত সঙ্গীত জনা নাইবা সঙ্গীতৰ প্ৰতি অনুৰাগী ব্যক্তি নাছিলেই বুলি ক'লেও অত্যুক্তি কৰা নহয়। সঙ্গীত-চৰ্চা কৰিলে নাইবা খেলা-ধূলাৰ প্ৰতি আসক্তি বাঢ়িলে ছাত্ৰ বেয়া হৈ যায়, এনে এটা ধাৰণা সমাজৰ মাজত প্ৰবল আছিল। সু-সাহিত্যিক সঙ্গীত প্ৰেমী আৰু যশস্বী নাট্যশিল্পী ইন্দ্ৰেশ্বৰ বৰঠাকুৰ ১৯২০ চনত নলবাৰী গৰ্ডন হাইস্কুলত প্ৰধান শিক্ষক হৈ নহা হ'লে সঙ্গীতৰ প্ৰতি থকা সমাজৰ ভ্ৰান্ত ধাৰণা আঁতৰি যোৱাৰ হয়তো আৰু বেছি পলম হ'লহেঁতেন।"

ওপৰত উল্লেখ কৰা কথাৰ পৰা যোৱা দ্বিতীয় দশকত অকল গুৱাহাটী আৰু নলবাৰীৰে সাঙ্গীতিক পৰিবেশহে যে তেনে আছিল সেইটো নহয়; সদৌ অসমতে তেনে দুখলগা পৰিবেশ বিৰাজ কৰিছিল, বৰং বহু ঠাইত তাতোকৈ আৰু শোচনীয় পৰিবেশহে আছিল। ফলত সঙ্গীতৰ সৃষ্টিমুখী দিশটো ঠন ধৰি উঠিব পৰা নাছিল। অৱশ্যে সেই পৰিবেশৰ মাজতো কেইগৰাকীমান স্বনামধন্য ব্যক্তিয়ে নিজৰ চেষ্টা আৰু অন্তৰৰ তাড়নাৰ বশবৰ্ত্তী হৈ সঙ্গীতৰ সৃষ্টিমুখী দিশত অৰিহনা যোগাইছিল কিন্তু বহল পৰিসৰত তেওঁলোকে যিমান সমাদৰ পাব লাগিছিল সিমান সমাদৰ পোৱা নাছিল। সেই সকলৰ ভিতৰত সঙ্গীতাচাৰ্য লক্ষ্মীৰাম বৰুৱা, সত্যনাথ বৰা, কীৰ্তিনাথ বৰদলৈ, দণ্ডিনাথ কলিতা, ৰাধানাথ ফুকন, অম্বিকাগিৰী ৰায়চৌধুৰী, কমলানন্দ ভট্টাচাৰ্য, উমেশ চন্দ্ৰ চৌধুৰী, মুক্তিনাথ শৰ্মা বৰদলৈ, বদন শৰ্মা, প্ৰসন্নলাল চৌধুৰী আৰু পদ্মধৰ চলিহা প্ৰভৃতিক আমি নিশ্চয় শ্ৰদ্ধাৰে মনত ৰাখিব লাগিব। তেওঁলোকে গীত-ৰচনাৰে, সুৰ-যোজনাৰে সেই সময়ত প্ৰায় নোহোৱা-নোপোজা কাম কৰিছিল আৰু সঙ্গীতৰ সৃষ্টিমুখী দিশত অমূল্য অৱদান আগবঢ়াইছিল।

আনহাতে সেই সময়ত জ্যোতিপ্ৰসাদ আৰু বিষ্ণুপ্ৰসাদে তেওঁলোকৰ দিগ্বিজয়ৰ অভিযান আৰম্ভ কৰিছিল সেই সকল পথিকৃতৰ পথেৰে। সময়ত তেওঁলোকে ৰূপকোঁৱৰ আৰু কলাগুৰু হিচাপে এটি যুগৰ সৃষ্টি কৰি অসমৰ সঙ্গীত-সংস্কৃতি ক্ষেত্ৰখন নিজৰ প্ৰভূত অৰিহণাৰে বহল আৰু উজ্জ্বল কৰি থৈ গ'ল। পিছে দ্বিতীয় দশকৰ শেষৰ ফালে যন্ত্ৰ যুগৰ সেই সময়ত গ্ৰামোফ'ন ৰেকৰ্ডৰ প্ৰচলনে অসমীয়া সমাজত সঙ্গীতৰ প্ৰতি থকা ভ্ৰান্ত ধাৰণাৰ কিছু পৰিমাণে উপশম ঘটালে।

সঙ্গীতাচাৰ্য লক্ষ্মীৰাম বৰুৱাৰ সুযোগ্য সন্তান প্ৰফুল্লচন্দ্ৰ বৰুৱাৰ কণ্ঠত চাৰিটা অসমীয়া গীতে নতুন জনম পালে। সেই সম্বন্ধে তেওঁ নিজে এটি প্ৰবন্ধত লিখিছে, "নিভাঁজ অসমীয়া সুৰৰ গীতবিলাক মোক Coach কৰা মস্তা ঘোষে পছন্দ নকৰিলে। ক'লে যে এইবিলাক গীতৰ ৰেকৰ্ড বজাৰত নচলিব। শেহত স্বৰ্গীয় উমেশ চৌধুৰী ৰচিত আৰু আমাৰ দ্বাৰা সুৰ-সংযোগ কৰা 'অসমা নিৰুপমা জননী ঐ অলঙ্ঘ্য গিৰি দুৰ্গাবাণী' আৰু স্বৰ্গীয় ৰাধানাথ

ফুকনদেৱৰ ৰচিত 'কিয়নো পাহৰা অসমীয়া হেৰা'— এই গীতৰ সুৰো আমিয়ে দিছিলো, এই জাতীয় ভাবৰ গীত দুটি আৰু বাণ ৰঙ্গমঞ্চত সুখ্যাতিৰে অভিনীত শ্ৰীপ্ৰসন্নলাল চৌধুৰীদেৱৰ 'নীলাম্বৰ' নাটকৰ প্ৰধান নায়িকাৰ ভূমিকাত আমি গোৱা 'ফুলো ফুলিলে জোনায়ে হাঁহিলে বাঁহীয়ে ধৰিলে তান' আৰু 'হৃদয় বিদাৰি উঠে শত বেদনাৰে অ৽ণ ৰাগিণী উঠে কত' সেই সময়ত আধুনিক বুলি ধৰা এই দুটি লৈ চাৰিটা গীতৰ ৰেকৰ্ড কৰাৰ সিদ্ধান্ত হ'ল। ১৯২৪ চনৰ বৰদিনৰ আগে আগে মোৰ ৰেকৰ্ড ওলাল। অসমীয়া সঙ্গীত-অনুৰাগীসকলৰ মাজত এটা আলোড়নৰ সৃষ্টি হ'ল।"

এই আলোড়ন অকল অসমৰ সমাজ-জীৱনতে হোৱা নাছিল, হৈছিল আৰু এজনৰ প্ৰাণত। যিজনে খাৰঘুলিৰ ঘুলিৰ মাজত একপ্ৰকাৰ অখ্যাত-অজ্ঞাত জীৱন যাপন কৰিছিল পোন্তৰ বছৰীয়া কিশোৰ হিচাপে তথা প্ৰেছৰ এজন নিঃকিন কম্প'জিটৰ হিচাপে। সেই কিশোৰজনৰ ভিতৰতে লুকাই আছিল ভৱিষ্যতৰ 'বনকোঁৱৰ' আৰু অসমৰ সঙ্গীত-জগতত 'বনগীত' নামাকৰণেৰে এটি নতুন সুৰৰ ধাৰা সৃষ্টি কৰোতা কবি, শিল্পী, সুৰকাৰ আনন্দিৰাম দাস।

তেতিয়ালৈকে দাসে বেছি গীত ৰচা নাছিল। যি দুই-চাৰিটা গীত ৰচিছিল খুব কম সংখ্যকে তেওঁৰ বন্ধু-বান্ধৱেহে গম পাইছিল। অৱশ্যে ইয়াৰ বাবে তেওঁৰ লাজকুৰীয়া স্বভাৱটোও কিছু পৰিমাণে দায়ী আছিল। কিন্তু প্ৰফুল্লচন্দ্ৰ বৰুৱাই ৰেকৰ্ডত গোৱা গীত শুনি দাসৰো মনত ৰেকৰ্ডত গান গাবলৈ তীব্ৰ আকাঙ্ক্ষা জাগি উঠিল আৰু আনহাতে গান ৰচিবলৈ, সুৰ কৰিবলৈ যেন কিবা এটা অফুৰন্ত শক্তি পালে।

দিনৰ দিনটো যিজন মানুহে প্ৰেছৰ নিৰস কম্প'জিটৰ, সেই একেজন মানুহ সন্ধিয়াৰ পিছত সঙ্গীতৰ সৰস কম্প'জাৰ। কম্প'জাৰ আৰু কম্প'জিটৰৰ সহ-অৱস্থান তেওঁৰ জীৱনৰ শেষ দিনলৈ অটুত আছিল।

ফুল হাবিতে ফুলক বা ফুলনিতে ফুলক তাৰ সুগন্ধ কেউফালে বিয়পি পৰাৰ দৰে খাৰঘুলিৰ ঘুলিৰ ভিতৰত সোমাই থকা আনন্দিৰাম দাসৰো প্ৰতিভাৰ মিঠা গোন্ধ লাহে লাহে কেউফালে বিয়পিবলৈ ধৰিলে। তেওঁৰ গীত বাতৰি কাকতত ওলাল, বিহগী কবি ৰঘুনাথ চৌধাৰীদেৱে সেই সময়ত সম্পাদনা কৰা তেওঁৰ 'সুৰভি'ত

প্ৰকাশ কৰি উৎসাহ আৰু আশীৰ্বাদ দিলে। ঘৰুৱা বৈঠক আৰু সভা-সমিতিতো দুই-চাৰিজনে তেওঁৰ গীত গাবলৈ ধৰিলে।

ইতিমধ্যে দ্বিতীয় দশকে মেলানি মাগিলে আৰু তৃতীয় দশকে ভুমুকি মাৰিলে। তেনে সময়তে গুৱাহাটীত এটি সাংস্কৃতিক অনুষ্ঠান গঢ়ি উঠিল : 'গুৱাহাটী সন্ধিয়া সম্মিলনী'। সেই সম্পৰ্কে সাহিত্যাচাৰ্য অতুলচন্দ্ৰ হাজৰিকাদেৱে তেওঁৰ এটি প্ৰবন্ধত লিখিছে, "সেই সময়ত 'ফুলনি'ৰ কবি পদ্মধৰ চলিহা ডাঙৰীয়াই শিৱসাগৰৰ পৰা আহি কেইবছমান গুৱাহাটীত অস্থায়ী ভাৱে থাকিবলৈ লৈছিল। নাচ-গান-থিয়েটাৰ আদিৰ নামত চলিহাদেৱ সদায় উৰ্দ্ধবাহু। তেওঁ আহি তেতিয়াৰ গুৱাহাটীৰ সাংস্কৃতিক জীৱনত নিৰস বাতাবৰণ দেখা পাই, হাত সাবটি বহি থাকিব নোৱাৰিলে। তেওঁ এই বিষয়ে কিবা এটা কৰিবলৈ উঠি-পৰি লাগিল। তেওঁৰ ঘাই সহায়ক হ'ল দুজন সঙ্গীতজ্ঞ—শশীকান্ত গোস্বামী আৰু নাৰায়ণ চন্দ্ৰ বৰুৱা। আমি কেনচেৰেক আছিলো সেই সকলৰ সঙ্গী—ঢোলৰ লগৰ টেমেকা।"

এই অনুষ্ঠানে সেই সময়ৰ এলাগী সঙ্গীতক লাগী কৰাত প্ৰভূত প্ৰভাৱ বিস্তাৰ কৰে। সঙ্গীতৰ তথা অসমীয়া গীত-মাতৰ প্ৰতি মানুহৰ ধাউতি আৰু অনুৰাগ বাঢ়ে। আনহাতে আনন্দিৰাম দাস আৰু বলোৰাম দাসৰ বাবে এখন নতুন কৰ্মক্ষেত্ৰ প্ৰতিষ্ঠা হয়। ভদ্ৰলোকৰ ল'ৰা-ছোৱালীক সঙ্গীত শিক্ষা দিবাৰ ভাৰ সাধাৰণতে এই দুজন ধলুৱা শিল্পীৰ ওপৰত পৰে।

সাহিত্যাচাৰ্য হাজৰিকাদেৱে তেওঁৰ সেই প্ৰবন্ধতে আৰু উল্লেখ কৰিছে তিনিজন ভাগ্যবান পিতৃৰ কথা : সন্ধিয়া সম্মিলনীৰ কথা কওঁতে—এইখিনিতে মোৰ, এই অনুষ্ঠানৰ লগত জড়িত তিনিজন ভাগ্যবান পিতৃলৈ মনত পৰিছে। তেওঁলোক হৈছে নীলকান্ত হাজৰিকা—ডক্টৰ ভূপেন হাজৰিকাৰ পিতৃ, পদ্মধৰ চলিহা—অধ্যক্ষ পৰাগধৰ চলিহাৰ পিতৃ আৰু আনন্দিৰাম বৰদলৈ—চাৰু বৰদলৈৰ পিতৃ। এওঁলোকৰ পুত্ৰ তিনিজনৰ কথা মই নক'লেও হ'ব। পিতৃসকলে নিজৰ নিজৰ শিশুপুত্ৰক নিয়মিতভাৱে সন্ধিয়া সম্মিলনীলৈ আনি, লগে লগে থাকি আৰু অনুষ্ঠানৰ কাৰ্যসূচীত ভাগ লোৱাই তেওঁলোকৰ বাবে ভৱিষ্যতৰ সুগম পথ ৰচনা কৰাত সহায় কৰিছিল।"

অকল এই তিনিজন শিশু শিল্পীকে ভৱিষ্যতৰ পথ সুগম কৰাত গুৱাহাটী সন্ধিয়া সন্মিলনীয়ে সহায় কৰা নাছিল ; কৰিছিল বহুতকে। এনেকি সমসময় বিভিন্ন ঠাইতো এই অনুষ্ঠানে প্ৰভাব বিস্তাৰ কৰিছিল। আমিও এই অনুষ্ঠানৰ বিভিন্ন কাৰ্যসূচীৰ বিবৰণী বৰপেটাত বাতৰি কাকতত পঢ়ি বৰ উৎফুল্লিত হৈছিলো। এই অনুষ্ঠানত অন্তত এটি গীত গাবলৈ আশা পালিছিলো কিন্তু আমাৰ ভাগ্যই সেই ফেৰা অনুগ্ৰহ নকৰিলে। ইতিমধ্যে আনন্দিৰাম দাসৰ গীত বাতৰি কাকত, আলোচনী আৰু সন্ধিয়া সন্মিলনীৰ অধিবেশনত প্ৰকাশ পাইছিল। এতিয়া প্ৰকাশ হব ধৰিলে গ্ৰামোফ'ন ৰেকৰ্ডত। তেওঁ নিজেও ৰেকৰ্ডত গালে, আৰু গালে সুৰকাৰ বলোৰাম দাস, শিশু শিল্পী চাৰু বৰদলৈ, মুকন্নাহাৰ বেগম (বাণ্) আৰু বহুতে।

চাৰু বৰদলৈয়ে ৰেকৰ্ডত গোৱা 'গোলাপী সখীৰ আজি মন হ'ল উচাটন—মধুনিশা সপোনৰ মূৰতি হেৰাই'—গীতটি বৰপেটাত শুনাৰ পিছত গীতৰ গায়ক, ৰচক আৰু সুৰকাৰক চাবলৈ আমাৰ মনৰ ইচ্ছা তীব্ৰতৰ হৈ উঠে। বলোৰাম দাস আছিল এই জনপ্ৰিয় গীতটিৰ সুৰকাৰ।

আজি কালি সঙ্গীত জগতত যিদৰে 'যুটি' কথাটোৰ প্ৰচলন হৈছে (যেনে শঙ্কৰ জয়কিষণ যুটি, জিতু-তপন যুটি আদি) সেইদৰে সেই সময়ত আনন্দিৰাম দাস আৰু বলোৰাম দাসক এটি যুটি বুলি ক'ব পৰা যায়। আনন্দিৰাম দাস যদিও নিজে এজন সুৰকাৰো আছিল, তথাপি বলোৰাম দাসেও তেওঁৰ বহু গীতৰ সুৰ দিয়ে আৰু সেই গীত-সুৰ বহুজনে গ্ৰামোফ'ন ৰেকৰ্ডত বাণীবদ্ধ কৰে।

তৃতীয় দশকতে গুৱাহাটীৰ উজান বজাৰৰ শুভচন্দ্ৰ বৰুৱাই 'সুৰভাৰতী' নাম দি অসমীয়া গীতৰ ৰেকৰ্ড বাহিৰ কৰে। সুৰ-ভাৰতী ৰেকৰ্ডতো দুই দাসে গীতেৰে অৰিহণা যোগায়।

দৰৈ ভাবি চালে তৃতীয় দশকটো আনন্দিৰাম দাসৰ শিল্পী-জীৱনৰ সোণালী যুগ বুলি আখ্যা দিব পাৰি।

বহু ক্ষেত্ৰত দেখা যায় যে আকাঙ্ক্ষাৰ পৰিসমাপ্তি ঘটে প্ৰাপ্তিত। কিন্তু আনন্দিৰাম দাস আছিল ইয়াৰ ব্যতিক্ৰম। ১৯৬৯ চনৰ চাৰি আগষ্টত শিল্পী সত্তাটোৰ সত্য-শিৱ-সুন্দৰৰ ৰাতুল পদ-যুগলত বিলীন হৈ যোৱাৰ লগে লগে তেওঁৰ আকাঙ্ক্ষাৰ পৰিসমাপ্তি ঘটে।

নিঃসন্দেহে দাস এজন সু-প্ৰতিষ্ঠিত গীত-ৰচক আছিল। গীত ৰচিবলৈ হ'লে কেতবোৰ বস্তু বৰ অপৰিহাৰ্য। যেনে. ভাষাৰ ওপৰত দখল, শব্দৰ বুজন পৰিমাণৰ ভঁড়াল, ছন্দৰ জ্ঞান, ভাব-ৰস আৰু চিত্ৰানুগ শব্দৰ যথাযথ প্ৰয়োগ, বিভিন্ন অভিজ্ঞতা, সংবেদনশীল এখন অন্তৰ, বিস্তৃত অধ্যায়নপুষ্ট এটি মন আৰু ভগৱান-দত্ত কবিত্ব-শক্তি আদি।

ভগৱান-দত্ত শক্তি নহ'লেনো অনাখৰী চহা মানুহ এজনেও মুখে মুখে পদ (কবিতা) ৰচে কেনেকৈ? আন আন গুণৰ উপৰি দাস ভগৱান-দত্ত শক্তিৰে এই ক্ষেত্ৰত যথেষ্ট শক্তিমান আছিল।

আজি মনত পৰিছে ১৯৪৪ চনৰ কোনোবা এটি দিনত কলিকতাৰ আমাৰ মেচৰ ওপৰৰ চালত বহি তেওঁ কৈ যোৱা কথাবোৰ। তেতিয়া আমি (কমলনাৰায়ণ চৌধুৰী আৰু মই) কলিকতা অনাতাঁৰ কেন্দ্ৰৰ পৰা প্ৰচাৰিত অসমীয়া অনুষ্ঠান পৰিচালনা কৰো। সেই সময়ত অসমত অনাতাঁৰ কেন্দ্ৰ স্থাপন হোৱা নাছিল। ১৯৪৮ চনতহে অসমত শ্বিলং-গুৱাহাটী অনাতাঁৰ কেন্দ্ৰ স্থাপন হয়। গতিকে অসমীয়া অনুষ্ঠানত গীত গাবলৈ সেই সময়ৰ কিছুমান নামজ্বলা শিল্পীক অসমৰ পৰা কলিকতা অনাতাঁৰ কেন্দ্ৰলৈ আমন্ত্ৰণ কৰি নিছিলো। অসমৰ পৰা প্ৰথম শিল্পী হিচাপে আনন্দিৰাম দাসকে আমন্ত্ৰণ জনাইছিলো নেকি—ঠিক মনত নাই। যি কি নহওঁক. যিদিনা ৰেডিঅ' প্ৰোগ্ৰেম কৰি আহি সন্ধিয়া বহিছিলো আমাৰ মেচৰ চালত। কথা-প্ৰসঙ্গত দাসে ক'লে, "জানে নহয়, এষাৰ কথা আছে বোলে পিতৃ মৰিলে পৰে ৰাজ্যৰ ভাৰ, মাতৃ মৰিলে হয় ভোজন ছাংখাৰ। মোৰো ওপৰত ৰাজ্যৰ ভাৰ পৰিছিল চৈধ্য বছৰ বয়সতে। ফলত ইকূলো হেৰুৱালো সিকূলো হেৰুৱালো। পিতাদেউৰ মৃত্যুৰ পিছত ভাই-ভনী তিনিটা, দুখুনী আই আৰু মোৰে সৈতে পাঁচটি প্ৰাণীৰ ভৰণ-পোষণৰ ভাৰ পৰিল মোৰ ওপৰত। ঘৰৰ ময়ে ডাঙৰ ল'ৰা। চৈধ্য বছৰ বয়সত ল'ৰা যায় স্কুললৈ,—মই যাব লগা হ'লো ভাত বিচাৰি প্ৰেছলৈ। যি দুই-চাৰিটা ক'লা আখৰ শিকিছিলো, তাকেই মূলধন কৰি মই প্ৰেছত হ'লো কম্প'জিটৰ আৰু সেই বিদ্যাৰে হাতত কলম তুলি ল'লো গীত আৰু বহুতো কিবাকিবি লিখো বুলি। মোৰ পিতাদেৱো এজন শিল্পী আছিল। সঙ্গীতৰ প্ৰাথমিক জ্ঞান তেওঁৰ পৰাই পাইছিলো।"

আনন্দিৰাম দাসৰ পিতৃ খলাইৰাম দাস এজন অকল সঙ্গীত শিল্পীয়ে নাছিল ; এজন ভাস্কৰ আৰু বাঢৈও আছিল । কাঠ আৰু শিলত তেওঁ মূৰ্তি এটাৰ উপৰিও কাঠৰ গুৰু আসন আদি নিৰ্মাণ কৰিছিল । সেইবোৰ বস্তু হনো কোনোবা কোনোবা নামঘৰ-কীৰ্তনঘৰত আজিও আছে ।

তেওঁ আৰু কৈছিল, "পিতাদেউৰ মৃত্যুৱে সকলো ফালে কেণা লগালে । না হ'ল আনুষ্ঠানিক বিদ্যা শিক্ষা, না হ'ল আনুষ্ঠানিক সঙ্গীত শিক্ষা । মোক মেট্ৰিক পাছ কৰাই লক্ষ্ণৌত আনুষ্ঠানিক-ভাৱে সঙ্গীত শিক্ষা লবলৈ পঠিয়াবলৈ পিতাদেউৰ ইচ্ছা আছিল ।

শেষৰফালে মানুহজনৰ কথাবোৰ বেদনাসিক্ত হৈ আহে আৰু চকু দুটাও চলচলীয়া হৈ আহে । পৰিস্থিতিটো গম্ভীৰ হৈ আহে । মই অনুমান কৰো, আশাভঙ্গৰ বেদনাবোৰে যেন মানুহজনক আবেগবিহ্বল কৰি তোলে । পৰিস্থিতিটো পাতলাবৰ বাবে মই অইন কথাৰ অৱতাৰণা কৰো । "ৰ'ব দাস, আপোনাৰ লগত মোৰ প্ৰথম দেখা হয় ১৯৩৬-৩৭ চনত । তেতিয়া মোক আপুনি 'তুমি' সম্বোধন কৰি ভাইটি বুলিছিল । এয়া আপোনাৰ লগত মোৰ দ্বিতীয় সাক্ষাৎ । এতিয়া বাৰু কেলেই 'আপুনি' বুলি সম্বোধন কৰিছে ? মোৰ ভাল নালাগে নহয় ।" "এহ্, তেতিয়া 'আপুনি' ল'ৰা মানুহ আছিল । এতিয়া আৰু তুমি বুলিব নোৱাৰিম ।" তেওঁৰ স্বভাৱজাত বিনয় সুলভ ভঙ্গীৰে মোৰ কথাৰ সমিধান দিয়ে আৰু আনহাতে পূৰ্বৰ কথালৈ উভতি আহে । "বুজিছে, ডিগ্ৰী নহ'লে মানুহে মূল্য নিদিয়ে । মূৰ্খ বুলি ভাবে ।"

"ডিগ্ৰী নহ'লেই মানুহ এজনক মূৰ্খ বুলি ক'ব নোৱাৰি । অসমকেশৰী অম্বিকাগিৰী, বিহগী কবি ৰঘুনাথ চৌধাৰীৰ ফালে নাচায় কিয় ? তেওঁলোকে লিখা কিতাপ-পত্ৰ দেখোন স্কুল-কলেজত লাগে । তেওঁলোকক কোনোবাই মূৰ্খ বুলি কবনে ?"

"হয়, পিছে আমাৰ আনুষ্ঠানিক সঙ্গীত শিক্ষাও নহ'ল নহয় ।" "চাওক, আনুষ্ঠানিক সঙ্গীত শিক্ষাই বা অসমত কেইজনৰ আছে । মহাপুৰুষ শঙ্কৰদেৱৰ আনুষ্ঠানিক বিদ্যা শিক্ষাৰ গুৰু মহেন্দ্ৰ কন্দলি আছিল । সেইটো আমি সকলোৱে জানো ? পিছে তেওঁৰ আনুষ্ঠানিক ভাৱে সঙ্গীত-শিক্ষাৰ গুৰু কোন আছিল ? বুৰঞ্জী, চৰিত্ৰ-পুথি আদি সেই সম্বন্ধে নিমাত । এনেকি আমাৰ সকলোৱে

নমস্য শিল্পী—আগৰৱালাদেৱ আৰু বাভাদেৱৰো আনুষ্ঠানিকভাৱে সঙ্গীত শিক্ষাৰ গুৰু কোন আছিল কোনোবাই জানেনে ? তথাপি তেওঁলোকে দেখোন আমাৰ সঙ্গীত জগতত আলোড়নৰ সৃষ্টি কৰি নিতে নব অবদানেৰে এটি যুগৰ সৃষ্টি কৰি অসমৰ সঙ্গীতৰ ভড়াল চহকী কৰি আছে, সেইখিনি উলাই কৰিব পৰা কোনোবা আছেনে ? আচল কথা কি জানেনে ? এনেবোৰ কথাত মৌলিক প্ৰতিভাৰ দৰকাৰ। সেইখিনি নাথাকিলে ডিগ্ৰি থাকিলেও একো নহয়। বিশেষকৈ সঙ্গীতৰ ক্ষেত্ৰত। তদুপৰি অসমত আনুষ্ঠানিক-ভাৱে সঙ্গীত-শিক্ষাৰে বা ক'ত সুবিধা আছে ? গতিকে আমাৰো আনুষ্ঠানিকভাৱে সঙ্গীত-শিক্ষা নহ'ল। তাৰবাবে দুখ কৰিবলগীয়া বা লাজ কৰিবলগীয়া একো নাই।"

(সুখৰ বিষয় যে বৰ্তমান (১৯৮০ চন) অসমত আনুষ্ঠানিকভাৱে সঙ্গীত-শিক্ষাৰ প্ৰসাৰ হৈছে গান্ধৰ্ব ষ্টেট মিউজিক কলেজকে আদি কৰি বহুতো শিক্ষাৰ অনুষ্ঠান গঢ় লৈ উঠিছে।)

তথাপি মানুহজন প্ৰতিমাত্ৰাই ভাবপ্ৰৱণ হৈয়ে থাকে। নিজৰ জীৱনৰ দুখ-দুৰ্দশাৰ কথা কয়। হঠাৎ দিনৰ অভাৱ বেদনাই যেন পাৰ ভাঙি আহে। কথাৰ মাজতে কিবা ক'বলৈ মই লাহেকৈ প্ৰশ্ন কৰোঁ, 'কেতিয়াবা চোন শুনা, বনগীত কিন্তু লোকগীত শব্দটো দেখোন কোনো কিতাপ পত্ৰত পাবলৈ নাপাবে। আমাৰ বনঘোষাহে আছে। তেনেস্থলত এই বনগীত শব্দটো হঠাৎ ক'ৰ পৰা ওলাল।"

তেওঁ কৈ যায়, "এৰা, পুৰণি কিতাপ-পত্ৰত বনগীত শব্দটো নাপাব। আচলতে এই অভাজনেই এই শব্দটো গীতি সাহিত্যলৈ আনিলো। জানেই নহয়, বিহুগীত বুলিলেই ভদ্ৰ সমাজে নাক কোঁচায়। অথচ বিহুগীতৰ সুৰবোৰ ইমান মনোমোহা যে সেই সুৰবোৰে মোক পাগল কৰে। তেতিয়া ভাবিলো,—বিহুগীতৰ সুৰবোৰ লৈ কিবা এটা কৰিব নোৱাৰিনে ? তাৰ ফলস্বৰূপেই জন্ম হ'ল বনগীতৰ। বিহুসুৰ আৰু আন থলুৱা সুৰৰ সংমিশ্ৰণত সৃষ্টি হ'ল ইয়াৰ কলেবৰ, আৰু জগতে নিজেও আৱশ্যক বোধে অলপ যোগ-বিয়োগ কৰি দিলো সুৰৰ স্বাভাৱিক গতি ঠিক ৰাখি-বলৈ, আৰু নাম ৰাখিলো বনগীত। থোৰতে ক'বলৈ হ'লে প্ৰাকৃতিক পটভূমিত চহা-জীৱনৰ সুখ দুখ, বিৰহ-বেদনা মিহলি

কথাৰ লগতে প্ৰকৃতিৰ বিনন্দীয়া ৰূপ-ৰাশি হ'ল ইয়াৰ প্ৰাণ। যিমান পৰা যায় সংস্কৃত শব্দ বাদ দি ঘৰুৱা থলুৱা শব্দ প্ৰয়োগ কৰা হ'ল ইয়াৰ ৰচনা-শৈলীত। দেখিলো, ৰাইজে গ্ৰহণ কৰিলে।"

অকল ৰাইজেই নহয়, ভাবাকালেও ইয়াক গ্ৰহণ কৰিলে। বনগীতত যে আছে মাটিৰ কেঁচা গোন্ধ। গান আনহাতে আনন্দিৰাম দাসৰ এয়া অসমৰ সঙ্গীত সংস্কৃতিৰ জগতলৈ সৃষ্টিমুখী কলাকাৰ হিচাপে দি যোৱা মৌলিক অৱদান। মৌলিকতাই দিয়ে স্থায়িত্ব আৰু সেই স্থায়িত্বত জীয়াই থাকে স্ৰষ্টা আৰু তেওঁৰ সৃষ্টি। বনগীতৰ স্ৰষ্টা আনন্দিৰাম দাসক ১৯৫৯ চনত গুৱাহাটীৰ অন্যতম সাংস্কৃতিক অনুষ্ঠান 'প্ৰগতি শিল্পী সংঘ'ই ৰাজহুৱাভাৱে সম্বৰ্দ্ধনা জনাই 'বনকোঁৱৰ' উপাধিৰে বিভূষিত কৰি অকল দাসকে সন্মান জনোৱা নাই, জনাইছে এজন সৃষ্টিশীল স্ৰষ্টাক আৰু তেওঁৰ কালজয়ী সৃষ্টিক।

আনন্দিৰাম দাসে প্ৰায় এহেজাৰ গীত ৰচি গৈছে। তাৰ ভিতৰত তেওঁৰ গীতৰ পুথি 'বিৰহী' প্ৰকাশ হয় ১৯৩৭ চনত আৰু 'সুৰ-নিজৰা' প্ৰকাশ হয় ১৯৩৯ চনত। ইয়াৰ উপৰিও 'নন্দন' আৰু 'ৰক্তাঞ্জলি' নামৰ দুখন গীতৰ পুথি হাতে-লিখা অৱস্থাত আছে। তেওঁৰ ছখন নৃত্যনাটিকা আৰু ছখন গীতি-আলেখ্যতো বহু গীত সন্নিবিষ্ট হৈ আছে। সেইবোৰো হাতে-লিখা অৱস্থাতে আছে। ইয়াৰ উপৰিও কিছুমান গীত অপ্ৰকাশিত ভাৱে লিখি থোৱাতে আছে। অসমীয়া কথাছবিৰ বাবেও তেওঁ গীত লিখিছিল। সেইবোৰ কথাছবি হ'ল বদন বৰফুকন, পাৰঘাট, লাচিত বৰফুকন, আৰু ভক্ত প্ৰহ্লাদ। তদুপৰি লক্ষ্যধৰ চৌধুৰী প্ৰমুখ্যে নাট্যকাৰ কেইজনমানৰ নাটকৰ বাবেও তেওঁ কিছুমান গীত ৰচিছিল। তেওঁৰ ৰচিত প্ৰায় আটাইবোৰ গীতকে যদিও এই সঙ্কলনত সামৰি লোৱা হৈছে, তথাপি কিছু গীত সামৰি লব পৰা নহ'ল। কিয় লব পৰা নহ'ল স্থানান্তৰত উল্লেখ কৰা হৈছে।

সাম্প্ৰতিক কালৰ অসমীয়া গীত-ৰচকসকলৰ ভিতৰত দাসেই বোধকৰো অটাইতকৈ সৰহ সংখ্যক গীত ৰচিছে। তেওঁ স্বচ্ছল সংসাৰৰ অধিকাৰী নাছিল। অভাৱ-অনাটন আছিল তেওঁৰ জীৱনৰ চিৰলগৰী। ভাবিলে আচৰিত লাগে, তেনে অৱস্থাৰ মাজেৰে তেওঁ ইমানবোৰ গীত কিদৰে লিখিছিল। অকল গীত ৰচাই নহয়, তেওঁ অসংখ্য সুৰো সৃষ্টি কৰি থৈ গৈছে। সেইবোৰ সুৰ—সেইবোৰ গীত আজিও পুৰণি ৰেকৰ্ডত প্ৰতিধ্বনিত হয়

তেওঁ কবিতা আৰু নাটকো লিখিছিল। তেওঁৰ 'মোহন-মালতী' নামৰ এখন অনাতাঁৰ নাট আমি ১৯৭৬ চনৰ ২২ মে'ত কলিকতা অনাতাঁৰ কেন্দ্ৰৰ পৰা প্ৰচাৰ কৰিছিলো। 'আহুতি' কবিতাৰ পুথি, 'লৱনী' পাঁচ অঙ্কৰ সামাজিক নাট আৰু 'কলিযুগ' ধেমেলীয়া নাট হাতে-লিখা অৱস্থাতে অপ্ৰকাশিত হৈ আছে। সেইবোৰ এই সঙ্কলনত সামৰি লোৱা হোৱা নাই। যোৱা তৃতীয় আৰু চতুৰ্থ দশকত আনন্দিৰাম দাস-ৰচিত গীতৰ গ্ৰামোফ'ন ৰেকৰ্ড সৰ্বাধিক। অসমৰ আন কোনো গীত-ৰচকৰ ভাগ্যতে তেনে সৌভাগ্য ঘটা নাছিল। সেই গীতবোৰ তেওঁ নিজে গোৱাৰ উপৰিও বিভিন্ন শিল্পীয়ে গাইছে। তাৰ ভিতৰত ড° ভূপেন হাজৰিকা অন্যতম।

কোন শিল্পীয়ে কোনটো গীত কোন কোম্পানীৰ ৰেকৰ্ডত গাইছে বাইজৰ জ্ঞাতাৰ্থে তলত দিয়া হ'ল :

| | | |
|---|---|---|
| ১। | অ' মন তোৰ চাপিল | : চাৰু বৰদলৈ (চেনোলা) |
| ২। | জীৱনে মোৰ সন্ধিয়া | : তিলক দাস (সুৰভাৰতী) |
| ৩। | কিয় আহিলা ক'লৈৰা যাবা | : খগেন বৰুৱা (হিজ্ মাষ্টাৰ্চ) |
| ৪। | হ'ল যে সন্ধিয়া | : হিৰণ্ময়ী (হিজ্ মাষ্টাৰ্চ) |
| ৫। | এই ঘাটেদি পানী লৈ | : ডাঃ তাৰিণী বৰুৱা (সুৰভাৰতী) |
| ৬। | নেযাবি সন্ধিয়া | : বলোৰাম দাস (চেনোলা) |
| ৭। | লুইতৰ বুকুৰে | : চাৰু বৰদলৈ (চেনোলা) |
| ৮। | তই কোন বিৰিখৰ পাখি | : অনুকূল নাথ (চেনোলা) |
| ৯। | অ' মইনা তোৰ উৰণীয়া | : হিৰণ্ময়ী (হিজ্ মাষ্টাৰ্চ) |
| ১০। | কেতেকী বিনায় ডালত | : ডাঃ তাৰিণী বৰুৱা (সুৰভাৰতী) |
| ১১। | অ' ভৈয়ামৰে ৰজাল'ৰা | : হিৰণ্ময়ী (হিজ্ মাষ্টাৰ্চ) |
| ২ | মোৰ উটি যা পদুমৰ | : ডাঃ তাৰিণী বৰুৱা (সুৰভাৰতী) |
| ১৩। | কত ঐ লুকালি | : তাৰিণী কাকতি (মেগাফোন) |
| ১৪। | আজি ধৰণী উতলা | : চাৰু বৰদলৈ (চেনোলা) |
| ১৫। | নাচে হালি জালি | : বলোৰাম দাস (চেনোলা) |
| ১৬। | হেৰ ক'ৰে নাৱৰীয়া | : তাৰিণী কাকতি (মেগাফোন) |
| ১৭। | বোনে নো সখি | : বানুঃ মুৰহান্নাৰ্ বেগম (চেনোলা) |
| ১৮। | আজি পৰাণ মতলীয়া | : চন্দ্ৰপ্ৰভা সিংহ (সুৰভাৰতী) |

১৯। মনোমোহা সাজি : চাৰু বৰদলৈ (চেনোলা)
২০। জুবিলি বতাহৰ : ,, ,,
২১। গোলাপী সখিৰ সাজি : ,, ,,
২২। কোনেনো মাতি সখি : অনুকূল নাথ ,,
২৩। পিউ পিউ পিয়া : ,, ,,
২৪। তোৰ বীণত কি জুবিলি : আৰতি শৰ্মা ,,
২৫। বন্ধু হ'বা আজি মোৰ : বলোৰাম দাস ,,
২৬। তই অ' মন বলীয়া : অৰুণ বৰ্মণ ,,
২৭। মোৰ ঘুমটি ভাঙেহি : আনন্দিৰাম দাস ,,
২৮। মমতা যদি তোৰ : বানু: নুৰহান্নাৰ বেগম (হিজ মাষ্টাচ)
২৯। আহা আজি মোৰ : কুমাৰ যতীন্দ্ৰ দেৱ (ৰিগেল)
৩০। হেৰ পৰাণ পূজাৰী : বলোৰাম দাস (চেনোলা)
৩১। বা হেৰ বলিয়া : ,, (হিজ মাষ্টাচ)
৩২। জীৱনৰে কিনো গান : ,, (চেনোলা)
৩৩। কোন সেই ৰূপহীৰ : আনন্দিৰাম দাস ,,
৩৪। ফুলে মইনা কেতেকী : ,, ,,
৩৫। পৰ্বতৰ আজলি : ,, ,,
৩৬। পৰ্বতৰ বুকুতে অ' : তাৰিণী কাকতি (হিজ মাষ্টাচ
৩৭। পৰ্বতৰ জুৰিটি আহিছে : খগেন বৰুৱা ,,
৩৮। মোৰে মইনা কুমলীয়া : ইন্দ্ৰ দাস ,,
৩৯। ৰামধেনু সাজি লই : বলোৰাম দাস ,,
৪০। তুমি কোন বসন্তৰ : কমল চৌধুৰী (চেনোলা)
৪১। আজি বসন্ত অতিথি : হিৰণ্ময়ী (হিজ মাষ্টাচ)
৪২। নাও তোৰ সোণালী : ধীৰেণ দাস ,,
৪৩। আৰু নিবিনাৰি বীণে : বলোৰাম দাস ,,
৪৪। তুমিয়ে গোৱালা প্ৰিয়া : ভূপেন হাজৰিকা (চেনোলা)
৪৫। লুইতৰ সিপাৰে : ইন্দ্ৰ দাস (হিজ মাষ্টাচ)
৪৬। কুলি মাত কিয় : নিৰ্মলেন্দু মজুমদাৰ (কলম্বিয়া)
৪৭। নাহিল ই মোৰ সখাটি : তিলক দাস (সুৰভাৰতী)
৪৮। স্মৃতিৰ বুকুত থৈ যায় : ভূপেন হাজৰিকা (চেনোলা)
৪৯। অ' আমাৰ দেশৰ : আনন্দিৰাম দাস ,,
৫০। চোৱা মেলি দেহতো নয়ন : ,, ,,

| | | | |
|---|---|---|---|
| ৫১। | জেতুকা বোলোৰে | : মলয় দাস | (হিজ মাষ্টাৰ্চ) |
| ৫২। | পৰ্বতৰ আঙুলি | : দেব ভট্ট | ( চেনোলা) |
| ৫৩। | চেনাই লৈ মনত | : হিৰণ্ময়ী বৰা | ,, |
| ৫৪। | আমৰে মোল | : আনন্দিৰাম দাস | ,, |
| ৫৫। | অ' পৰ্বতৰ হৰিণী | : ,, | ,, |
| ৫৬। | অ' পদূলিতে ফুলিলে | : দেবেন দাস | ,, |
| ৫৭। | লুইতৰ বুকুৰে অ' | : আনন্দিৰাম দাস | ,, |
| ৫৮। | অ' শেৱালিৰ তলৰে | : ,, | ,, |
| ৫৯। | বলিয়া অ' বলিয়া | : ,, | ,, |
| ৬০। | ৰৰনৈ গুৱনী ভৰা | : অমিয়মোহন দাস | (চেনোলা) |
| ৬১। | অ' বান্ধ মৰো যেন লাগে | : ভূপেন হাজৰিকা | ,, |
| ৬২। | দূৰণিৰ মলয়া | : আনন্দিৰাম দাস | ,, |
| ৬৩। | পৰ্বতৰ হৰিণী | : ,, | ,, |
| ৬৪। | তোৰ পেঁপাত কি | : অমিয়মোহন দাস | ,, |
| ৬৫। | ৰৰনৈ গুৱনী সৰু | : বলোৰাম দাস | (হিজ মাষ্টাৰ্চ) |
| ৬৬। | ইপাৰে সোণালী | : হিৰণ্ময়ী বৰা | (চেনোলা) |
| ৬৭। | ক'বে তই গুৱনী | : ধীৰেণ দাস | (হিজ মাষ্টাৰ্চ) |
| ৬৮। | আমাৰ গাঁৱৰে | : আনন্দিৰাম দাস | (চেনোলা) |
| ৬৯। | অ' গাজি ৰঙালী | : গুনদা দাস | ,, |
| ৭০। | মোৰ শাওণী | : আনন্দিৰাম দাস | ,, |
| ৭১। | অ' পাওঁ ভালকৈয়ে | : দেবেন দাস | ,, |
| ৭২। | কি ফুল ছিঙিলা | : হিৰণ্ময়ী বৰা | ,, |
| ৭৩। | দূৰণিৰ সোঁ ৰিণি ৰিণি | : সুদক্ষিণা শৰ্মা | ,, |
| ৭৪। | মোৰ ওৰে জীৱন কৰি | : ভূপেন হাজৰিকা | ,, |
| ৭৫। | এটি নিশা নিযে | : হিৰণ্ময়ী বৰা | ,, |
| ৭৬। | গছে কথা কয় | : ,, | ,, |
| ৭৭। | মাতে পকাধানে | : আনন্দিৰাম দাস | ,, |
| ৭৮। | আহাৰৰ আগতে আছিলে | : হিৰণ্ময়ী বৰা | ,, |

ইয়াৰ উপৰিও 'বদন বৰফুকন' কথাছবিত 'কপত ৰঙে চৰা' গীতটি গাইছিল প্ৰেম শইকীয়াই, 'পাৰঘাট'ত 'জেতুকা বোলোৰে' গীতটি গাইছিল কুইনী হাজৰিকাই, 'লাচিত বৰফুকন'ত 'ৰূপজা

মোৰ সোণৰ মাটি' গীতটি গাইছিল লক্ষহীৰা দাস, নিৰ্মলা মিশ্ৰ, দীপালী বৰঠাকুৰ, মৃণালী কৃষ্ণা আৰু ৰেণু বৰঠাকুৰে। 'ভক্ত প্ৰহ্লাদ' কথাছবিত তেওঁৰ তিনটা গীত লোৱা হৈছিল। 'শুনা বাছা কৰ্ণ ভৰি' গীতটি গাইছিল দেৱেন শৰ্মা আৰু গুণদা দাসে। 'ওঙ্কাৰ ৰূপ ব্ৰহ্ম' গীতটি গাইছিল গুণদা দাসে আৰু 'এ হৰি চৰণ দিয়াহে' গীতটি গাইছিল ব্ৰজেন বৰুৱা, দিবন বৰুৱা, দেৱেন শৰ্মা, গুণদা দাস, বিৰজা দাস, জয়ন্তী মেধি আৰু বেলা দালালে।

মানুহ জন্মসূত্ৰে এখনি অনুভূতিশীল অন্তৰৰ গৰাকী হৈ পৰে। সেই অনুভূতিত যেতিয়াই আঘাত লাগে, তেতিয়াই মানুহৰ মনত বিভিন্ন ভাবৰ উদ্ৰেক হয়, আৰু সেই ভাবেই সৃষ্টি কৰে কলা-সাহিত্যৰ অভ্ৰভেদী মন্দিৰ।

দাসৰ জীৱনটোৱে আছিল কবিতা আৰু দীনতাৰ ৰণথলী স্বৰূপ। সেই ৰণত যেতিয়া কবিতাৰ জয় হয়, তেতিয়া শিল্পীয়ে হাতত কাপ তুলি লয় আৰু নতুন উদ্যম, নতুন উছাহেৰে লিখি যায়:

আমাৰ পৃথিৱীখন সেউজীয়া বিতোপন
সাতৰঙা সপোনৰ সাতোটি বৰণ।

আৰু আনহাতে যেতিয়া দীনতাৰ জয় হয়, তেতিয়া লিখে:

যাতনা হব সান্ত্বনা মোৰ
সাৰথিও পথৰ সান্ত্বনাৰোৰ
আৰু মোৰ নালাগে পুনৰ জনম
মানুহে নুবুজা মানুহৰ মৰম।

এইবোৰ ক্ষণিক আশা ক্ষণিক নিৰাশাৰ প্ৰতিচ্ছবিহে। দৰাচলতে সুখ-দুখ, আশা-নিৰাশা, আকাঙ্ক্ষা-বেদনা আৰু কল্পনা এইবোৰ মানৱ জীৱনৰ চিৰ সহচৰ। দাসৰ জীৱনতো এইবোৰৰ প্ৰতিক্ৰিয়া নোহোৱাকৈ থকা নাছিল। বৰং দাসৰ জীৱন অধ্যয়ন কৰিলে দেখা যায় যে দুখ-যাতনাই তেওঁক বেছি উৎসাহী আৰু বেছি বিদ্ৰোহীহে কৰি তুলিছিল, যাৰ বাবে তেওঁ আঁতবোৰ দান সমাজলৈ এৰি যাব পাৰিছিল।

তেওঁ ৰচা গীতবোৰক আমি চাৰি ভাগত ভাগ কৰিছো। যথা, ভক্তি মূলক, দেশপ্ৰেম মূলক, আধুনিক আৰু বনগীত। তদুপৰি তেওঁ নৃত্য-নাটিকা নামকৰণেৰে লিখিছিল 'বৰদৈচিলা', 'সেউজীয়া

পাতে পাতে', 'কিৰীলি যেতিয়া মাৰে', 'কেতেকীৰ বিয়া' 'শৰৎ যেতিয়া আহে' আৰু 'কেঁচাসোণ ভৈয়ামত পায়' ।

ইয়াৰ উপৰিও তেওঁ ছখন গীতি আলেখ্য লিখিছিল । আলেখ্য কেইখনি হ'ল 'আমাৰ ভোগালী বিহু', 'কণ জুন', 'অকণিৰ জয়যাত্রা', 'তেজীমলা', 'গছে কথা কয় পাতে কথা কয়' আৰু 'ৰংপুৰে বিস্তিয়াই' । এইবোৰ নৃত্য-নাটিকা আৰু গীতি-আলেখ্যতো গীত আছে । কিন্তু এই সঙ্কলনত সেইবোৰ গীত সন্নিবিষ্ট কৰা নহ'ল । কাৰণ তেওঁৰ ৰচিত নাটকো আছে । নাটক এই সঙ্কলনত সন্নিবিষ্ট কৰা হোৱা নাই, যিহেতু এইখন গীতৰহে সঙ্কলন ।

তদুপৰি নৃত্য-নাটিকা, গীতি-আলেখ্য আৰু নাটকৰ গীতবোৰ কাহিনীৰ লগত সম্বন্ধ থকা বাবে অকল গীতবোৰ ভাৰপৰা আনি সঙ্কলনভুক্ত কৰিলে ৰস-ভঙ্গ হব বা মূলভাৱৰ আগ-গুৰি নোহোৱা হব । কিয়নো গীতবোৰৰ আগে-পিছে কথাৰে চৰিত্ৰৰ মুখত সংযোগ কৰা আছে । সেইবাবে তেওঁৰ নাটকৰ লগত এই নৃত্য-নাটিকা আৰু গীতি-আলেখ্যৰ এটা সুকীয়া সঙ্কলন কৰিলেহে ভাল হব ।

আগতে উল্লেখ কৰা হৈছে যে সাম্প্ৰতিক কালৰ গীত-ৰচকসকলৰ ভিতৰত দাসেই আটাইতকৈ বেছি গীত ৰচিছে । পিছে দাসৰ প্ৰতি শ্ৰদ্ধা সহকাৰে এটি কথা উল্লেখ কৰাটো বোধ কৰো সমীচীন হব । ৰচনা সংখ্যাত সৰহীয়া হ'লে ক'ব নোৱাৰাকৈয়ে তাৰ গুণধৰ্মিতা কিছু পৰিমাণে হ্ৰাস পোৱাটো লক্ষ্য কৰা যায় । দাসৰ ক্ষেত্ৰতো এইটো পৰিলক্ষিত নোহোৱাকৈ থকা নাই । কিন্তু দাসৰ ৰচনাৰ এটা বিশেষত্ব আছে, আৰু সেই বিশেষত্বই সেই ৰচনা-ৰাজিক আন এটা স্তৰলৈ উন্নীত কৰিছে । সেই বিশেষত্ব হ'ল বনগীতৰ ৰচনা-শৈলী আৰু ভাৱ প্ৰকাশ ভঙ্গীৰ বিষয় বস্তু । সেউজীয়া অসমৰ পৰ্বত পাহাৰ, বন-উপবন, জান-জুৰি, নৈ-উপনৈ, গছ-বন, লতা-ফুল আৰু সহজ-সৰল সমাজ-জীৱনৰ চিত্ৰেৰে বনগীতৰ প্ৰাণ পুষ্ট । তাত সোণত সুৱগা চৰাইছে ঘৰুৱা মাত-কথাৰ হোজা-চহা মানুহেও সহজে হৃদয়ঙ্গম কৰা শব্দ-প্ৰয়োগৰ কুশলতাই । যেনে :—

লুইতৰ পাৰৰে ৰূপহী মাজুলী
মৰো যেন লাগে তাত ।

যি ঠাইত ৰূপৰ মোহৰ আকৰ্ষণ আছে সেই ঠাইত মৰিবলৈও মন যায় । সহজ-সৰল প্ৰাণৰ এই প্ৰকাশ-ভঙ্গীতকৈ আৰু কিবা উচ্চতৰৰ

প্ৰকাশ-ভঙ্গী হব পাৰে বুলি মনে নধৰে। দাসৰ ৰচনাৰ সাৰ্থকতা এইখিনিতে পৰিলক্ষিত হৈছে। এই সাৰ্থকতাৰ স্বাক্ষৰ যদিও প্ৰাণ্ডিতো ৰনগীতৰ আঁহে আঁহে আছে, তথাপি বিষয়-বস্তুৰ বিভিন্নতা অনুমেয় নহয়। ঠিক তেনেকৈ ছন্দৰ ক্ষেত্ৰটো একে কথাকে কব পাৰি। শব্দ-সম্ভাৰৰ বাবে দাসৰ ৰচনাত মাটিৰ এটি মিঠা গোন্ধ পোৱা কথাটো মন কৰিবলগীয়া।

যোৱা দ্বিতীয় দশক বা তাৰো আগতে প্ৰকাশ হোৱা দুই-এখন গীতৰ পুথিত আমি দেখিছো যে গীতৰ ওপৰত খাম্বাজ একতাল বা মিশ্ৰভীমপালশ্ৰী কাহাৰবা আদি ৰাগৰ আৰু তালৰ নাম লিখা থাকে। কিন্তু দৰাচলতে পৰিলক্ষিত হয় যে বহুক্ষেত্ৰতে লিখকৰ ৰাগ সম্বন্ধে কোনো জ্ঞান নাথাকে বা নাথাকিব পাৰে। ফলত সুৰকাৰজনেই নিজৰ সুবিধা মতে সুৰ কৰে। এইটো সেই সময়ত প্ৰকাশিত বঙলা গীতৰ পুথিৰ অনুকৰণত কৰা দস্তুৰ। দাসৰ প্ৰকাশিত গীতৰ পুথি 'বিৰহী'তো ই পৰিলক্ষিত। যেনে : 'বন্ধু হ'বা আজি মোৰ মহানিশা' গীতটিত লিখা আছে মিশ্ৰভীমপলশ্ৰী কাহাৰবা বুলি। অথচ তেওঁৰ বন্ধু, সেই সময়ৰ প্ৰখ্যাত গায়ক আৰু সুৰকাৰ বলোৰাম দাসে ৰেকৰ্ডত গাইছে দৰবাৰী কানাৰা ৰাগৰ ভেটিত সুৰ কৰি দাদৰা তালত। তদুপৰি এই গীতটি সম্পৰ্কে বলোৰাম দাসে মোক কৈছিল যে আনন্দিৰাম দাসে হেনো তেওঁৰ নামটোলৈয়ে উক্ত গীতটি লিখিছিল। ভালকৈ মন কৰিলে অৱশ্যে কথাটো ওলাই পৰে। গীতটিৰ শাৰীকেইটাৰ প্ৰথম আখৰবোৰ লগ লগালে যেনে, বন্ধুৰ 'ব' টো, লোকৰ 'লো' টো, ৰাতিৰ 'ৰা' টো, মনটিৰ 'ম' টো, দানৰ 'দা' টো, আৰু সকলোৱৰে 'স' টো লগ লগালে 'বলোৰাম দাস' হয়। সি যি কি নহওক, সম্পাদনা কৰোতে গীতত উল্লেখ থকা ৰাগ-তালৰ নামবোৰ সুৰকাৰক স্বাধীনতা দিয়াৰ বাবে ৰখা হোৱা নাই।

দাসৰ এটি গীতত 'মিৰি' শব্দটো আছে। 'মিৰি'ৰ সলনি 'মিচিং' ব্যৱহাৰ কৰিলে গীতটিৰ ছন্দপতন ঘটে কাৰণে ইয়াত দাসে লিখা শব্দটিকে ৰখা হৈছে।

সাহিত্যত সময়ৰ আঁচোৰ পৰে। দাসৰ গীতিসাহিত্যতো সেই আঁচোৰ নপৰাকৈ থকা নাই। গীতবোৰ অধ্যয়ন কৰিলে সেইটো বুজা যায়।

দাসৰ জীৱন-নাটৰ শেষ দৃশ্যটো অতি মৰ্মান্তিক, অতি বেদনাদায়ক। তেওঁৰ বৰ ল'ৰা শ্ৰীমান প্ৰদীপে এদিন কৈছিল, "কি ক'ম খুৰাদেউ। দেউতা প্ৰায় বিনা চিকিৎসাতে মৰি থাকিল।" নিৰুপায় হৈ শেষত হস্পিতাললৈ লৈ গ'লো। দেউতাই নিজে ঔষধ কিনি আনি খাব লগা কথাটো গম পোৱাত তাত নথকা হ'ল। বোলে, "যি ৰাজ্যৰ হস্পিতালতো ৰোগীয়ে ঔষধ কিনি আনি খাব লাগে, সেই হস্পিতালত -সেই ৰাজ্যত মই নাথাকো। তইতৰ মুখৰ কাটি খাই মই জীয়াই থাকিব নিবিচাৰো। মোক ঘৰলৈ লৈ ব'ল।" উপায় বিহীন হৈ ঘৰলৈ আনিলো আৰু দুদিন পিছত তেওঁ শেষ নিশ্বাস ত্যাগ কৰিলে।

হে অভিমানী শিল্পী। তুমি অভিমানত কৈছিলা এই ৰাজ্যত নাথাকো বুলি। কিন্তু তুমি যে বুকুৰ তেজেৰে লিখি থৈ গৈছা তোমাৰ প্ৰাণৰ সঁচা কথাবোৰ:

জাতি অসমীয়া ভাষা অসমীয়া
মোৰ অসমীয়া প্ৰাণ
খোৱা অসমীয়া, পিন্ধা অসমীয়া
সেয়ে মোৰ সুন্দৰৰ ধ্যান।
তেজ টুপি গাত থাকে মানে মোৰ
ৰাখি যাম আইৰে মান।

আৰু লিখিছিলা:

অ মোৰ সোণৰ অসম
তোমাৰ সুন্দৰী ভাষাৰ নাই তুলনা
কিহেৰে তুমিম মোৰ ভগা বীণা
নাশি নিয়া মোহ-মায়া,
দিয়াহে শীতল ছায়া
পাওঁ যেন পুজিবলৈ মৰিও জনম।

২৪।৩.৮৫
কথাচল
গুৱাহাটী

পুৰুষোত্তম দাস

ব্যথাভৰা জীৱনৰ দুখ-দৈন্য ৰাশি,
'বিৰহী'ৰ চকুলোৰে লই য'ক নাশি।

—আনন্দি—

# উৎসর্গ।

মোৰ মৰমৰ সুখ-দুখৰ লগৰীয়া মাজু ভাই
স্বৰ্গীয় ৰমাকান্ত দাসৰ
পুণ্য-স্মৃতিত

ভাইটি,

ভবাকে ভাবিছোঁ কন্দাকে কান্দিছো
তোৰে ঐ গুণকে গাই—
ক'ত পাম সোণ তোৰ দৰে আৰু
সোদৰৰ মাজু ভাই।
বাজিবনে আৰু ভগা বীণা মোৰ
শুনিবিনে আৰু তই—
'দাদা' 'দাদা' বুলি মিচিকি হাঁহিবে
আহিবিনে আৰু অই।
পদূলিৰ পৰা বিধবা আইক
আনিব নোৱাৰো তুলি—
কান্দিছে নিতউ "অ' মোৰ সোণাই
আগতে ওলাছি বুলি।"
জানো সোণ তই ভাল পাব মোক
কিনো দিম তাৰ চিন,
মৰমৰ চিন দিছো 'বিৰহী'ক
লবি তই, নকৰি ঘিণ।

তোৰ মৰমৰ—
'পগলা দাদা'

# নিবেদন

মোৰ নিচিনা অভাজন এজনে পুথি ৰচি যশ আহৰণ কৰিবলৈ যোৱা আৰু বাওনা হৈ চন্দ্ৰলৈ হাত মেলা একে কথা। মোৰ হিতাকাংক্ষী ভদ্ৰলোক কেইগৰাকীমান আৰু মৰমৰ বন্ধু কেইজন-[illegible] উদগনি নোপোৱা হ'লে বিৰহী আজিও কবৰৰ চুকতেই ভেৰবি থাকিলহেঁতেন। দুখ-দৈন্যৰে ভৰা মোৰ জীৱনৰ এটি শোকলগা অৱস্থাৰ সময়ত ইয়াৰ বেছিভাগ গান ৰচনা কৰিছিলোঁ। গতিকে কেইবাটিও গান মোৰ অন্তৰাত্মাৰ মৰ্মন্তুদ আৰ্তনাদৰ কৰুণ প্ৰতীক হৈ প্ৰকাশ পাইছে। ভাব, ভাষা আৰু ছন্দ এই তিনিটা এটাৰো [illegible] বুলি মই দাবী কৰিব নোৱাৰোঁ। গতিকে এই বিষয়ত মই কিমানদূৰ সাফল্য লাভ কৰিব পাৰিছোঁ তাৰ বিচাৰৰ ভাৰ সুহৃদয় পাঠক সমাজৰ ওপৰত থলোঁ। অসমীয়া ভাষাত প্ৰকাশিত গানৰ কিতাপৰ সংখ্যা নিচেই তাকৰ। মোৰ 'বিৰহী'য়ে এই অভাৱ এনানিখামানে পূৰণ কৰি অসমীয়া পাঠক সমাজক যদি অকণমানো তৃপ্তি দিব পাৰে তেতিয়াহ'লেই মোৰ সাধনাই সিদ্ধিলাভ কৰা বুলি ভাবিম। পুথিৰ আকাৰ আৰু বেচ বাঢি যায় দেখি লিখকৰ বহুতো গান ইয়াতে ছপোৱা নহ'ল। 'বিৰহী'য়ে ৰাইজৰ পৰা [illegible] পালে আন গীতাৱলীৰ জৰিয়তে উলিয়াবৰ ইচ্ছা থাকিল।

তাৰশেষত অসমীয়া গায়ক-সমাজৰ প্ৰতি মোৰ এই বিনীত নিবেদন যেন তেখেতসকলে লিখকৰ পৰা আগেয়ে অনুমতি নোলোৱাকৈ 'বিৰহী'ৰ কোনো গানৰ 'ৰেকৰ্ডিং নকৰে। ইতি—

থাৰঘুলি, গুৱাহাটী
১৩/১/৫৭

ৰাইজৰ-চৰণাশ্ৰিত
শ্ৰীআনন্দিৰাম দাস

# অভিহণা

কেইবাগৰাকীও সদাশয় লোকৰ উদগনি নোপোৱা হ'লে 'বিৰহী'ক আজিও ছপাই উলিয়াব নোৱাৰিলোহেঁতেন। চেনেহী মাতৃভাষাৰ সৎ সেৱক শ্ৰীযুত ঈশ্বৰ প্ৰসাদ ডেকা, এম এ, বি এল (উকীল) ডাঙৰীয়াই মৰম কৰি 'বিৰহী'ৰ ভুল-ভ্ৰান্তিবোৰ চাই দি নানা দিহা-পৰামৰ্শ দিয়া বাবে তেখেতলৈ মোৰ অন্তৰৰ ভক্তি-অভিহণা আগবঢ়াইছোঁ আৰু তেখেতৰ ওচৰত মই চিৰকৃতজ্ঞ। 'বিৰহী'ৰ কেইবাটিও গান ছপা হৈ ওলোৱাৰ বহুদিন আগতেই কেইবা ঠাইতো গীত হিচাপে জনপ্ৰিয় হৈ পৰিছিল। শ্ৰীযুতা কুমাৰী নুৰজাহান বেগম (বানু) আৰু শ্ৰীমান চাকচন্দ্ৰ বৰদলৈয়ে কেইবাটিও গান ৰেকৰ্ডত গাই গানবোৰ জনপ্ৰিয় আৰু প্ৰচাৰিত হোৱাত সহায় কৰা বাবে তেওঁলোকক মোৰ সস্নেহ আশীৰ্বাদ জনাইছোঁ,—তেওঁলোকৰ কণ্ঠত সুৰৰ নিজৰা অপ্ৰতিহতভাৱে বৈ থাকক। মোৰ প্ৰিয়বন্ধু নাট্যকাৰ শ্ৰীযুত লক্ষ্মাধৰ চৌধুৰীয়ে তেখেতৰ কেইখনিমান নাটকৰ অভিনয়ত মোৰ গানবোৰ ব্যৱহাৰ কৰি, আৰু শ্ৰীযুত বলোৰাম দাসে উক্ত ৰেকৰ্ডৰ গায়ক-গায়িকাৰ গান কেইটিৰ সুৰ দি গানবোৰ জনপ্ৰিয় কৰা বাবে তেখেতসকলক অন্তৰৰ শলাগ জনাইছোঁ। মৰমৰ শ্ৰীমান সুবোধ কুমাৰ তালুকদাৰক 'বিৰহী'ৰ বেটুপাত আঁকি দিয়া বাবে মোৰ আশীৰ্বাদ জনাইছোঁ। শ্ৰীযুত বিনয় কুমাৰ তালুকদাৰ মেনেজাৰদেৱে 'বিৰহী'খন ছপাই উলিওৱাত [illegible] জনাইছোঁ।

গুৱাহাটীৰ কেইবাজনো সদাশয় লোকে মোক গান ৰচনা কাৰ্যত আৰু সেইবোৰ ছপা কৰি উলিওৱাত নানা প্ৰকাৰে উৎসাহ-উদগনি দিছে। তেখেতসকললৈ মোৰ শ্ৰদ্ধা আৰু ভক্তি জনাইছোঁ।

ইতি

লিখক

# ভক্তিমূলক

॥ ১ ॥

ওঙ্কাৰ ৰূপ পৰম ব্ৰহ্ম
নমো নমো নাৰায়ণ ।
প্ৰকৃতি পুৰুষ নিত্য নিৰঞ্জন
সত্য শিৱ সনাতন ॥

শিৰে শোভে জ্যোতি ময়ূৰ কিৰীটি
অঙ্গত পীত বসন ।
অধৰে শোভে মধুৰ মুৰলী
বিশ্ব ব্যাকুল তান ॥
ভব ভয়-হাৰী মুকুন্দ মুৰাৰি
ভকতৰ প্ৰাণ ধন ।
যত জগজন কৰিছা স্ৰজন
হে গোৱিন্দ নিৰঞ্জন ॥

॥ ২ ॥

আই সৰস্বতী দেৱী ভাৰতী
দিয়া আই চৰণ দুখনি,
দৰ্শন, শাস্ত্ৰ জ্যোতিষ, জ্ঞান
সঙ্গীত বীণাবাদিনী (আই)।

তোমাৰ বৰতে জগত-জ্যোতি
কৰি কালিদাসে লভিলে খ্যাতি
ৰাখাহে চৰণত অভাগা সন্তানক
হে আই অবিদ্যা নাশিনী (মোৰ)।

দুখীয়াৰ দেশতে থাকিবা হে আই
পূজিম ভক্তি-অশ্ৰু বোৱাই
কৰা কৃপা দেৱী সবদোষ ক্ষমি
ধৱল বৰণী জননী (আই)।

॥ ৩ ॥

দিয়াহে শঙ্কৰ হৃদয়ত থিতি—
পুণ্য ভাদত আজি লোৱা'হ প্ৰণতি।
নাট কলা, বেদ কত
ৰস গন্ধ ঢালি যত
—তুমিয়ে কৰিলা মানী অসমীয়া জাতি।

থান-সত্ৰ পাতি দিলা
গাঁৱে-ভূঞে যশ থ'লা
আজিও উজলি আছে মহান কিৰীতি।

॥ ৪ ॥

শুনি যা— শুনি যা মোৰ
বলিয়া বীণৰে সুৰ—
(আজি) পৰিব ঐ বলিয়া তোৰ
সকলো দুখৰে ওৰ।
নেথাকিবি বলিয়া তই
জীৱনৰ ইপাৰে অই
সিপাৰে সউ আছে যে ৰই
বুকুৰে লগৰী তোৰ।

॥ ৫ ॥

অ' মন,
তোৰ চাপিল সিপাৰৰে নাও—
যি অই বেহালি ধৰাৰে ঘাটত
কৰ খৰেধৰে যাওঁ।

তোৰে অই শুৱনি ঘৰেবাৰী
তোৰ যে লগৰী প্ৰাণৰে প্ৰেয়সী
ৰ'ল যে সকলো থানে বানে পৰি
চা নয়ন ভৰি যাওঁ।

ছিঙি পেলা তোৰ মায়াৰে জৰি
যাব যে লগত লোতক দুধাৰি
কৰ লৰালৰি হ'ল ঐ আহৰি
ওলা লগে লগে যাওঁ।

মন অই দিন কৰ ভাবি-গুণি
আৰু নেথাকিবি বাট যে দূৰণি
সন্ধিয়াৰে বাট হ'ল কাণি মুনি
চাপিল সিপাৰৰে নাও।

॥ ৬ ॥

জীৱনে মোৰ সন্ধিয়া হ'লে সমনীয়া
জীৱনে মোৰ সন্ধিয়া হ'ল
সিপাৰে অই কোনোবাই মাতিছে মোক ৰিঙিয়াই
যাবৰে মোৰ সময়ে হ'ল—
যাবৰে মোৰ সময়ে হ'লে সমনীয়া
জীৱনে মোৰ সন্ধিয়া হ'ল।

মনটি যে কোনোবা দেশলৈ সমনীয়া
হাঁহি হাঁহি উৰিয়ে গ'ল—
নাহিমেনো ঘূৰি ঐ গুৱনি যে ধৰালৈ
বুকুৰে মোৰ লগৰী ৰ'ল—
বুকুৰে মোৰ লগৰী ৰ'লে সমনীয়া
জীৱনে মোৰ সন্ধিয়া হ'ল।

॥ ৭ ॥

কিয় আহিলা        ক'লৈ বা যাবা
ক'বে বাটকৰা অই,
দেহাৰে বোজা        ক'তেনো থ'বা
ক'তেনো জিৰাবা গ'ই।

কিয় ভ্ৰমিলা        মোহত মজিলা
কিনো সাধিলা অই,
আহিছা অকলে        যোৱাগে' অকলে
কি হ'ব ভাবিলে ৰই।

যোৱা ভিৰ্ দি        লাখুটিত ধৰি
নেচাবা ঘূৰি অই
কি হ'ব কান্দিলে        বাট শেষ হ'লে
জিৰাবা নিৰলে গই।

॥ ৮ ॥

কোনেনো বজাই আছি মোহন বাঁহী
নীৰব আজি বিভাবৰী,
বাজে কিয় বৈ বৈ বুজিছোঁ অই
সেই যে মোৰ বংশীধাৰী।
আজি আহাহে বংশীধাৰী
গোবৰ্দ্ধন গিৰিধাৰী
তোমাৰ যে চৰণ দুটি পূজিম চুমি
আহাহে ভব কাণ্ডাৰী।

যমুনা পাৰতে বহি
শুনিছিলো তোমাৰ বাঁহী
উঠিছে প্ৰাণত আজি
তোমাৰে বাঁহীটি বাজি
আজিও সুৰৰ ধ্বনি হৃদয় ভেদি
আছেহে মোৰ বংশীধাৰী।

॥ ৯ ॥

আজি মিলন শঙ্খ বাজে প্ৰাণে প্ৰাণে,
গাইছে বিহগী মধুৰ গীতি মধুৰ তানে।
লোৱা লোৱা আজি হে দেৱতা
ভকতি পুষ্পে গাঁথিছোঁ মালা
(আজি) হৃদয় নাচে মধু লগনে মধুৰ গানে।

জয় জয় জয় হে গোবিন্দ
শ্ৰীমধুসূদন নিত্যানন্দ
বিতৰাঁ হে প্ৰভু মঙ্গলাশীষ করুণা দানে।

॥ ১০ ॥

হ'ল যে সন্ধিয়া অ' নাৱৰীয়া
কি হ'ব ভাবিলে ৰই
ভটীয়া পানীতে নাও মেলি দে
যা তোৰ দেশলৈ ।

গ'ল তোকে এৰি লগৰে লগৰী
ব'লি পিছে পৰি তই
কৰ্‌ লৰালৰি যা খৰেকৰি
দুখৰে কথাটি কই ।

তোৰে দুখৰ কথা কোনে পতিয়াব
ক'ৰ নাৱৰীয়া তই
মোৰেনো এইখনি বুকুৰ ঐ চেলেং
যা পালে তৰি লৈ ।

॥ ১১ ॥

মন আজি তই যাবি কোন বাটে ?
নাই যে লগৰী যাবি কাৰ সতে ।

আঁউসীৰ আজি ঘোৰ অন্ধকাৰে
(তোৰ) দৃষ্টি নাশিলে ধৰণী ঢাকিলে
সউ যে সিপাৰে কোনে মাতে ?

কান্দি কান্দি কিয় বাট হেৰুৱালি
বুকুৰ আপোন ক'তো যে নেপালি
যাবি কাৰ সতে কোন বাটে ।

বাট যে মোৰ বহুতো দূৰ—
আছিছিলোঁ অকলে অই,
কত কান্দিলোঁ কত ভাবিলোঁ
দুখৰে বোজাটি বই।

সন্ধিয়াৰ এন্ধাৰ আহি
দৃষ্টি মোৰ ঢাকিলেছি
ক'তেনো পামগৈ' প্ৰাণৰে শান্তি
দেহাৰে বোজাটি থই।

॥ ১৩ ॥

নিয়া প্ৰভু আজি বাট দেখুৱাই—
একো যে নেদেখোঁ অন্ধকাৰ।

নিলেহি কাঢ়ি হাতৰ লাখুটি
কোনে মোক কঢ়িয়াই।

যিবা আছিল সকলো গ'ল
মোৰ বোলা নাই একো নাই

॥ ১৪ ॥

(তোৰ) আকুল হিয়াৰ ব্যাকুল বাথা,
নেজানিলে কোনেও হায়,
হ'ল যে মাথোন আকাশ-কুসুম
ভালপোৱা তোৰ হিয়াই।

এই যে সংসাৰ মায়াৰ বজাৰ
নহ'ল ঐ তোৰ সকাম অহাৰ
যাকে ভাব বুকুৰ আপোন
সিও যে হায় ফিৰি নেচায়।

অ' অভাগা নহবি আকুল
ভাঙি দে তোৰ সপোনৰ ভুল
মাতিছে তোক আকাশত সৌ
সত্য-প্ৰেমিক বিশ্ব-পিতাই।

॥ ১৫ ॥

কিয়নো আহিলি মায়া-বজাৰলৈ
অ' মন বেপাৰী মোৰ,
লাভো যে নেপালি মূলো হেৰুৱালি
কি হ'ব ভাবিলে তোৰ।

[illegible] সামৰি যি অই বেহালি
বা[illegible] [illegible] বহুতো দূৰ—
হ'ল যে গধূলি কৰ লৰালৰি
চাপিল সিপুৰীৰে ভুৰ।

কিয়নো এতিয়া নহৰ বলিয়া
ধন-সোণ বুলি মোৰ,
কিয়নো বোৱালি চকুলো দুধাৰি
কোনে মচি দিব তোৰ
অ' মন-বেপাৰী মোৰ।

॥ ১৬ ॥

নেযাবি সন্ধিয়া তেৰ নাৱৰীয়া
নাও তোৰ পাৰলৈ বা
উঠিছেনো সৌ পচোৱাৰে ঢৌ
কঁপি যে উঠে মোৰ গা।
ক'লাকৈ ডাৱৰে সঘনে গৰজে
মনতে ভাবিয়ে চা—
শিলে বৰষুণে খুন্দিব যেতিয়া
তোৰ কুমলীয়া গা।

উতলা কৰিলে হিয়া নাৱৰীয়া
(তোৰ) শুকুলা পালৰে বা
(মোৰ) হিয়াৰে ভিঙৰা য'ক ভাগি-ছিগি
লগতে বান্ধি লৈ যা—
নাও তোৰ পাৰলৈ বা।

॥ ১৭ ॥

কি যে মনোহৰ বিশ্ব-জ্যোতিৰে
কাৰ আজি আগমন,
বাজিল স্বৰ্গত মিলন-দুন্দুভি
পুলকিত কৰি প্ৰাণ।

আনিছে লগত মধুৰ মলয়া
কুলিয়ে গাইছে গান—
উতলা কৰিলে হিয়াৰ যমুনা
তুলি কি অমিয়া তান।

যোৱা যোৱা দেৱ যাচিছোঁ হিয়াৰ
ভকতি অৰ্ঘ্য দান—
হাঁহি-উলাহেৰে হিয়াৰ বেদীত
হোৱাহে (আজি) মূৰ্তিমান।

॥ ১৮ ॥

ধন্য আই সতী 'ৰাধিকা-শান্তি'
তযু চৰণে কোটি প্ৰণাম,
আহা সবে মিলি গাওঁ হিয়া খুলি
জয় জয় সতীৰ যশ গান।

দেখুৱালা আই শঙ্কৰক নিজে
তযু সতীত্ব মহা-প্ৰমাণ,
আজিও আছা বৈ যুগমীয়া হই
ধন্য 'ৰাধিকা-শান্তি-জান'।

ধন্য বৰদোৱা কউটিকলীয়া
তুমি যে মহান তীৰ্থথান,
তোমাৰ বুকুতে আছে শান্তিজান
গাই নিতে তযু গুণ-গান।

॥ ১৯ ॥

কিয়নো বজালা বীণে ঐ ব'ৰাগী
কিযনো বজালা বীণ্—
বীণৰে সুৰত ধৰাৰ ঐ প্ৰাণটি
হইছে দেহাৰে ভিন ঐ ব'ৰাগী
কিয়নো বজালা বীণ্।

কোননো বান্ধৈয়ে বলিয়া কৰিলে
কাৰনো লগালা ঋণ্
কিয় ঘৰে এৰি ফুৰা মনে মাৰি
দেহাটি কৰিছা ক্ষীণ্ ঐ ব'ৰাগী
কিয়নো বজালা বীণ।

কিনো সন্নিধানে দিমে ঐ বৰাগী
কিনো দি পঠিয়াম চিন্
কিয়নো আহিলা হিয়াতে বজালা
কিনো বিৰহৰে বীণ ঐ ব'ৰাগী
কিয়নো বজালা বীণ্।

॥ ২০ ॥

কিনো বিপৰীতে কাল সমনীয়া
কিনো বিপৰীতে কাল
কিয়নো লগালি বন্ধুয়া কাই অ'
ভায়ে ভায়ে খৰিয়াল।

এজুপি গছৰে আমি কুমলীয়া
আছিলোঁ একোটি ডাল,
তাতে পৰি পৰি চৰাই চিৰেকটি
ধৰিছিল গীতৰে তান
কিয়নো ভাঙিলি কিয়নো কাটিলি
অতি চেনেহৰে ডাল (অ' বন্ধুয়া)।

চুকতে থাকি ঐ বুকুতে কামোৰ
পাতিনো ব্যাধৰ জাল
ৰজাকো মোহিলি প্ৰজাকো মোহিলি
আমাকো মোহিলি ভাল
এখনি ঘৰকে কৰ খানেবান্
কাহানি সাধিবি ভাল (অ' বন্ধুয়া)।

॥ ২১ ॥

পূজিম বুলি গন্ধ পুষ্প অৰ্ঘ্যে
কৰিছিলোঁ আয়োজন
অলক্ষিতে আহি হে মোৰ দেৱতা
দিলা কিয় দৰশন।

কৰিছোঁ মিনতি নাযাবা উভতি
লোৱাহে আজি হিয়াৰ ভকতি
এতিয়াও প্ৰভু! হোৱা নাই মোৰ
ব্যথাৰ পূজা সমাপন।

॥ ২২ ॥

কিয়নো আহিলা অ' মোৰ অতিথি
সন্ধিয়াৰ আঁৰে আঁৰে,
বাজিল হিয়াৰ নীৰৱ বীণাত
হেৰোৱা ৰাগিণী করুণ সুৰে
অ' মোৰ অতিথি করুণ সুৰে।

কিনো দি তুষিম অ' মোৰ অতিথি
আছোঁ ভাহি চকুলোৰে—
কিয়নো শুনালা হেৰোৱা ৰাগিণী
হৃদি যমুনাৰ পাৰে পাৰে—
অ' মোৰ অতিথি করুণ সুৰে।

আজিও আছে বৈ নিজানৰ জুৰিটি
কুলু কুলু কুলু সুৰে—
সুৰৰ সুৰত উঠিছে বাজি (মোৰ)
হিয়াৰে বীণাটি বাৰে বাৰে
অ' মোৰ অতিথি করুণ সুৰে।

——0——

# বনগীত

॥ ১ ॥

পাবে চাই বাটিলৈ ক'বে গৰখীয়া
পুৰা-কুঁহিয়াৰৰ পুলি
কিয়নো সোমালা পৰৰ ঐ বাৰীতে
কেনেকৈ মাৰিবা খুলি মোৰ দেহি ঐ
কেনেকৈ মাৰিবা খুলি।

কিয় খুঙে খোৱা অ' গৰখীয়া
নেজানো চোৰে বুলি (মই)
নকওঁ কাকো বাক দি যোৱা আমাকো
তাৰে কুমলীয়া ডালি মোৰ দেহি ঐ
তাৰে কুমলীয়া ডালি।

নেলাগে নিদিবা আগে কুমলীয়া
নলওঁ মই হাতে মেলি—
দিয়া বাটে এৰি যাওঁ ঘৰে কৰি
হ'ল যে তুপৰে বেলি মোৰ দেহি ঐ
হ'ল যে তুপৰে বেলি।

॥ ২ ॥

লুইতৰ বুকুৰে ৰূপহী মাজুলী
কৰে জিলিমিলি জোনাকৰে বাতি,
আজিও চিলনী কিনো বিৰহত
মাজুলী বুকুত ফুৰিছে মাতি '

অ' বলিয়া কিয় লেখিলি
লুইতৰ বুকুৰে ৰূপহী বালি
কিনো হেঙুৰালি বুকুৰে মাজৰ
কেনেনো কৰিলে এমুৰা গতি ।

লুইতৰ পাৰৰে জুৰ মলয়াই
অ' বলিয়া তোৰ হিয়া যে জুৰাই
বাৰিষাৰ ঢৌৱে নিলে ধুই-পখালি
তোৰ যে ওমলা পাৰৰে স্মৃতি

॥ ৩ ॥

তই কোন বিৰিখৰে পখী
তোৰে ঐ গীতৰ শোকৰে সুৰত
ময়ো যে বান্ধিছোঁ সখি ।

তোৰ যে লগৰী আৰু নাহে ঘূৰি
অ' ব্যথা-ভৰা পখী—
কোনোবা দেশৰ ঐ নিজানত আছেগৈ
তোলে' বাটে চাই ৰখি ।

তোৰো যি দশা মোৰো সি লেখা
কোনে পতিয়াব দেখি—
যাগৈ এতিয়া হ'ল যে সন্ধিয়া
শোকৰে বিননি লেখি ।

॥ ৪ ॥

কিনো ভাব গুণ মনে মাৰি হেৰ
বলিয়া বৰাগী কাই
চকুৰ আগতে হাঁহি ঘনে ঘনে
কোনে দেখা দিয়ে যাই অ' বলিয়া
কোনে দেখা দিয়ে যায়।

দুইতৰ সিপাৰে কোনে গা পখালে
ৰূপৰে গোন্ধে বোৱাই—
দেখি ভোলে যায় ধৰিব নোৱাৰ
তোৰ গা ৰবে ৰাইজাই অ' বলিয়া
তোৰ গা ৰবে ৰাইজাই।

কিনো ভাব গুণ মনে মাৰি হেৰ
থাক তথা লাগি চাই—
সাগৰৰ মণি তাই আকাশৰ জোনেবাই
হাঁহি হাঁহি গুচি যাই অ' বলিয়া
(তোৰ) যা বীণেখনি বাই।

॥ ৫ ॥

অ' মইনা।
তোৰে উৰণীয়া চিত;
গছৰে ডালত পাতৰে আঁৰত
গায় বনৰীয়া গীত।

গছে পকা গুটি পেলাইদে খুঁটি
সেউজীয়া বননিত—
বুকুৰে কোঁচত লমে স্নুমুৱাই
হ'মে ভই হৰষিত।

কিয় বুৰে মাৰি যায় একোবেলি
পতুমৰে পুখুৰীত—
ৰ'দতে ৰ'দালি পাখি চিকিমিকি
ৰ'দৰে কাচলিত।

॥ ৬ ॥

কেতেকী বিনালে ডালত অ' মইনা
কেতেকী বিনালে ডালত—
গোলাপী উষায়ে বহন সানি দিলে
তোৰে হেন্দুলীয়া গালত অ' মইনা
কেতেকী বিনালে ডালত ।

বজাৰে ফুলনি অতিকে শুৱনি
গোন্ধে মলেমলাই বাটত,
নেলাগে ছিঙিব ফুলে অ' মইনা
কাঁইটে বিন্ধিব হাতত অ' মইনা
কেতেকী বিনালে ডালত ।

সৌ যে হৰিণী দেখিব শুৱনি
ফুৰিছে ধাননি মাজত—
তেও যে কোঁৱৰে সাৰকে নেপালে
আছেনো টোপনি-জালত অ' মইনা
কেতেকী বিনালে ডালত ।

। ৭ ॥

অ'ই—
ভৈয়ামৰে বজা ল'ৰা, ঐ—
তোৰে কথা মিঠা মিঠা
মনত পৰে ঘনেকৈ—
ভৈয়ামৰে বজা ল'ৰা ঐ ।

পৰ্বতৰ শুৱনি গছেকৈ গছনি
ভৈয়ামৰে শুৱনি নৈ—
তাতোকৈ যে শুৱনি তোৰেনো ঐ মুখনি
ভৈয়ামৰে বজা ল'ৰা ঐ ।

কিয়নো লগালি বিৰহৰ অগনি
বাউলী যে কৰি গ'লি থৈ—
আক এবাৰ আহিবি হিয়া মোৰে জুৰাবি
ভৈয়ামৰে বজা ল'ৰা ঐ ।

॥ ৮ ॥

লুইতৰ বুকুত ঐ আহে ডেকা ল'ৰা
বহাগী বিহুৰে ঢল—
বহাগী বিহুৰে ঢল
পুৰাৰে পৰা বলিছে মলয়া
ৰবিছে হিয়া শীতল (ডেকাল'ৰা)
কৰিছে হিয়া শীতল—
গা দাঙিবৰে হ'ল।

চ'তৰে পৰা চ'তুৰা চৰায়ে
নামতে বলিয়া হ'ল—
দুহাতে বোলালে ৰূপহী প্ৰিয়াই
জেতুকাৰ ৰাঙলী বোল (ডকাল'ৰা)
জেতুকাৰ ৰাঙলী বোল
বজা ঐ বিহুৰে ঢোল।

আদৰি ৰাখিবি সাদৰী বহাগীক
কঁকালত বান্ধিবি বল—
আমি ভোজে খোৱা ৰূপহী মাজুলী
গ'ল ঐ মইনা তল—
লগো সমনীয়া গ'ল।

॥ ৯ ॥

মোৰ উটি যা পদুমৰ নাও—
ঢৌ কাটি কাটি ঢৌ
আহে তিৰেবিৰাই সৌ
কোন সাউদৰে নাও।

তোৰ শুকুলা পালবে বা
কেনেবা কৰে মোৰ গা
আনিবি কিনো বেহাই
সোণে কি ৰূপে ভৰাই
চপাই দে এবাৰ
লগাই দে পাৰ—

মোৰ পদুমৰ নাৱতে
তোৰে ঐ লগতে
উটি-বুৰি মৰো যাওঁ—
মোৰ উটি যা পদুমৰ নাও।

॥ ১০ ॥

অ' মৰমৰে হৰিণা পোৱালি
নেযাবি ভৈয়ামলই
বিচাৰি ফুৰিছে ভৈয়ামৰ কোঁৱৰে
হাতত ধেনু-কাঁড় লৈ।

অ' ভৈয়ামৰে মলয়া বা ছাতি
(মোৰ) নাহিবি পৰ্বতলৈ
নেলাগে ৰূপাৰ বিজুলী বাঁহৰে
পাতে কুমলীয়া অই।

নেযাওঁ এৰি থৈ অ' মোৰ হৰিণা
হিংসাকুৰীয়া ভৈয়ামলৈ
নেলাগে নিপিন্ধো শিখাপ মেখেলা
ৰজাৰ পাটেশ্বৰী হৈ।

॥ ১১ ॥

নাচে হালি-জালি পতুমী আইদেউ
পাতৰে আঁৰত গা লুকুৱাই
বলিয়া পবনে আহি মনে মনে
চুমাটি দি গ'ল ওৰণি গুচাই।

সেই তাহানিৰ ডাঙৰে কুলিটি
গাইছে আজিও বিৰহৰ গীতি
ফুলিছে বকুল অলি যে বিভোল
পৰিমল মোহে হিয়া নচুৱাই।

ৰূপ-গৰবৰ ৰূপহী মদাৰ
নেপালে আদৰ বৰো যে হিয়াৰ
কোন দেৱতাৰ কিবা অভিশাপে
ৰূপ মাধুৰী গ'ল যে হৰাই।

॥ ১২ ॥

অ' ৰূপহী দে এপাহি তোৰ খোপাৰ ফুল (ৰূপহী)
দে এপাহি ফুল -
উৰি যায় মোৰ মন পখিলা (তোৰ) ৰূপতে বিভোল (ৰূপহী)
দে এপাহি ফুল।

লৈ যায় তোৰ খোজৰ ধূলি
বতাহে সৌ মাণিক বুলি
জঁয় পৰি গ'ল তোৰ ৰূপতে মোৰ পদূলিৰ ফুল (ৰূপহী)
মোৰ পদূলিৰ ফুল।

দুগালে তোৰ জকেমকাই
গৰবিনী পতুমী আই
তাকে দেখি সৌ হৈছে আকুল ক'ৰ ভোমোৰা কুল (ৰূপহী)
দে এপাহি ফুল।

॥ ১৩ ॥

জুৰিলি বতাহৰ আগে ঐ ফাগুনী
জুৰিলি বতাহৰ আগ—
মৃদৰে শুৱণি উকৰাই নিলি
নথলি অকণো লাজে ঐ ফাগুনী
নথলি অকণো লাজ।

সাগৰৰ বুকুতে ঢৌ খেলি খেলি
বিচাৰি আহিছ্ কাক
(তোৰ) গা ঢালি দে শেৱালি-তলতে
মাৰি যা নাচোনৰ পাকে ঐ ফাগুনী
মাৰি যা নাচোনৰ পাক।

তোৰ উলাহতে কুলি-কেতেকীয়ে
ধৰিছে গীতৰে ৰাগ—
আৰু নলগাবি বিৰহৰ অগনি
আকাশে বিমানে লাগ ঐ ফাগুনী
আকাশে বিমানে লাগ।

॥ ১৪ ॥

(তোৰ) বীণত কি জুৰিলি গীত অ' বৰাগী—
বীণত কি জুৰিলি গীত,
শুনি সি সুৰ হিয়া পৰে জুৰ
মন-প্ৰাণ আকুলিত।

হাঁহি কান্দি তই গছৰে ছাঁত
কিযনো লেখিলি ডালৰে পাত
বননিৰ গাত জ্বলিছে অগনি
তোৰে ঐ বিননিত।

নাচনী পবনে নচুৱালে আহি
মোৰ ফুলনিৰ ফুলবে পাহি
কোনে তোক পিয়ালে বুকুৰ অমিয়া
পালি বা নেপালি চিত।

॥ ১৫ ॥

নীল সৰোবৰৰ লাজুকী পদুমী
কোন বজাৰে কুঁৱৰী তই
বুকুৰ পাহি মেলি বিয়নো দিলি
শাৰদী জোনাইৰ জেউতি পাই।

কোন দূৰণিৰ তোমোৰা আছে
(তোৰ) সাদৰী আনে পৰিমল মোহে
কিয় বুলালি মৰমৰ হাত
বুকুৰ মাজত সাবটি লৈ।

গোপনে আহি হিয়া চুলেহি
দখিণ মলয়া বাই—
(তোৰ) সৰি পৰিল ওৰণি আঁচল
চোৰে নিলে উটুৱাই—

নিয়ৰে দিলেহি সখিটি বুলি
চুমা-পৰশত মদিৰা ঢালি
প্ৰাণ হৰিলে বিৰহে দহিলে
সুখৰ নিশা আহিল পুৱাই।

॥ ১৬ ॥

পিউ পিউ পিয়া পিউ পিউ পিয়া
জীৱন আময়া পিয়া
থউকি বাথউ মউ পিয়া সউ
লোভতে হ'ল বলিয়া।

পিয়া পিয়া সখি যৌৱন মদিৰা
যাচি দিয়া আজি প্ৰেমৰে সঁফুৰা
যাকে লাগে নিয়া প্ৰেমিক বলিয়া
যাচিছোঁ প্ৰেমৰে হিয়া।

—0—

# দেশপ্ৰেমমূলক

॥ ১ ॥

(আজি) উৰিছে বিশ্ব বিজয়-পতাকা
ভাৰত আকাশ জুৰি
দেশৰ গৌৰৱ জাতিৰ সন্মান
কৰিছে শান্তি ঢালি হে।
হে বিশ্ব বিজয়-পতাকা
লোৱাহে আজি ভকতি
দিবা যেন সেই স্বাধীন যুগৰ
নিতে নৱ শকতি হে।

কৰিছোঁ প্ৰতিজ্ঞা তোমাৰ ছাঁয়াৰ
শুদ্ধ শান্তি লভি—
তেত্ৰিশ কোটি ভাৰত সন্তানে
থাকিম তোমাক সেৱি হে।

কৰে যদি তোমাক কোনোৱে আঘাত
নেলাগে তীক্ষ্ণ তৰবাৰী (আমাক)
অহিংসা পৰম ধৰ্ম যুঁজেৰে
দিম জীৱন বলি হে।

॥ ১ ॥

স্বৰ্গতো অধিক জনমভূমি
জননী আজি যে বন্দিনী,
দিয়া স্বাৰ্থ দান হোৱা এক প্ৰাণ
মাতৃ হে উপাৰো জননী।

তুমি যে বীৰ ভাৰত সন্তান
থাকে নাৰে শক্তি এবানি,
কৰা তো মুক্ত শৃংখলাবদ্ধ
জননী আমাৰ দুখিনী।

দেখি ঘোৰ সঙ্কট মত্ত-বিলাসত
নাযাবা কোনোৱে টোপনি,
উজ্জ্বলাবা আজি ভাৰত জননীৰ
বিষাদ মলিন মুখনি।

॥ ৩ ॥

অ' ডেকা অসমীয়া ভাই—
তোমাৰ দৰে সৰল-সহজ
ক'তো দেখা নাই।
সহজ আমাৰ সৰল বোপাই
সৰলা যে আই —
কোলাত থাকে বেঁচুৱা ভাই
আছে নিচুকাই।
নিজে নাখাই পৰক বিলাই
ৰাখিছো জীয়াই—
সেই দেখিছে আজি আমাৰ
এনে গতি ভাই।

॥ ৪ ॥

আজি নাইকিয়া মা জননীয়া
মোৰ বোলা মাটি, বাৰী—
দূৰ বিদেশীয়ে গোঁজ খুঁটি পুতি
হ'ল আহি অধিবাসী।

কৰাহে উপায় দেশৰ ভাই ককাই
বিনাশ বাসনা এৰা,
দূৰ কৰি অনা মুখৰ গৰাহ মুঠি
তাকো যে ললেহি কাঢ়ি।

নিজৰ ভৰিত থিয় দি উঠাহে
জাতিৰ গৌৰৱ কৰি,
নহ'লে ৰটিব 'ভীৰু অসমীয়া'
গোটেই জগত জুৰি।

॥ ৫ ॥

ধন্য জননী! জন্মভূমি—
সৱাতো শুৱনি মোৰ,
দিছো আই লোৱা তোমাৰ সেৱাত
জীৱন আহুতি মোৰ।

আজিও যে আই তয় কোলে শুই
থাকো সুমুৱাই মূৰ
ৰাখিছা হে তুমি নির্ভয় অসিৰে
কৰি যত শত্ৰু দূৰ।

নাই ব'তো থাকু তোমাৰ নিচিনা
চেনেহী জননী মোৰ
তোমাৰ নামতে সকলো ব্যথাৰ
বেদনা হয় মধুৰ।

॥ ৬ ॥

অ' মোৰ সোণৰে অসম
তুমি যে বিশ্ব-জ্যোতি
ৰূপ অনুপম ।

বিহগ-বিহগীয়ে গাই নিতে মধু গীত
প্ৰকৃতিয়ে তালে তালে নাচি নাচি হৰষিত,
ধাননি মাজেদি যাই হৰিণীয়ে গা ধঁহাই
উলটি উলটি চাই কি যে অনুপম ।
উমলি উমলি ফুৰে ইপাৰে সিপাৰে সৌ
বৰনৈ বুকুৰে আহা ৰূপোৱালী ঢৌ
বয় নিতে মলয়া বা বাণ্ডলী উষাৰে প্ৰভা
নাই ক'তো এনে শোভা চিৰ-মনোৰম ।

তোমাৰ সুৱদি ভাষাৰ নাই তুলনা
কিহেৰে তুষিম মোৰ ভগা যে বীণা
নাশি নিয়া মোহ-মায়া দিয়াহে শীতল ছাঁয়া
পাওঁ যেন পূজিবলৈ মৰিয়ো জনম ।

---0 ---

# আধুনিক

॥ ১ ॥

এই ঘাটেদি পানী লৈ গৈছিল
কোন ৰূপহী তাই,
থমকি থমকি গৈছিল চাঁহি
উলটি উলটি চাই মোৰ বন্ধু
কোন ৰূপহী তাই।

এই ঘাটেদি গৈছিল এদিন
ক'ন নাৱৰীয়া ভাই—
কি যে বিৰহৰ ভাটিয়ালা তাৰ
গৈছিল এদিন গাই মোৰ বন্ধু
গৈছিল এদিন গাই।

সিপাৰে জ্বলিছে কাৰ চিতা-জুই
ইপাৰে পৰিছে ছাই
আজিনো নিয় এই ঘাটত ঐ
সেই ৰূপহী নাই মোৰ বন্ধু
কোন ৰূপহী তাই।

॥ ২ ॥

ক'ত ঐ লুকালি বসন্তৰে দূত!
শুনি যা হিয়াৰ ব্যথাৰ গান,
কিয় সোঁৱৰালি পাহৰা কথাটি
কিয় মতলীয়া কৰিলি প্ৰাণ।
শুনালি অমিয় কুউ কুউ গীত
ভাঙি-ছিঙি গলি আশাখুন্দা চিত
কিয়নো নিনিলি হিয়াভৰা মোৰ
সকলো ব্যথাৰ অৰ্ঘ্যদান।
(আজি) ব্যথিত পৰাণে বুজনি নামানে
হানে ঐ সঘনে মদনৰ বাণে
ক'তনো আছাহি সাদৰী সখাটি
নেপালোঁ একো সমিধান।

॥ ৩ ॥

হ' ফুল তই থাকিবি ফুলি—
বক্ষ বিন্ধি মোৰ ৰক্ত পিলি
কিয় মোক শত্ৰুক বুলি।
বিশ্ব শোভা কৰি থাকিবি তই
ৰক্তপানে মোৰ ৰাঙলী হই
যত লাগে মানে নিবি ঐ চুহি
তাৰে দিবি এটি ৰক্ত-কলি।
ভোমোৰাই যদি যায় মধু লই
ৰক্তমনা সেই পাছি ভাঙি থই
সৰ যদি তই তথাপিতো মই
ল'ম ঐ আদৰি-সাদৰি তুলি।

॥ ৪ ॥

অ' ৰঙ্গিলা আৰু এবেলি
দে মোক ঢালি লাল চিৰাজি
হিয়াৰে মোৰ নীৰৱ বীণাত
প্ৰেমৰ তান উঠক বাজি।

আহিছে পুৰাই লাগছে ভাগৰ
দে তোৰ সুধা গোলাপী ওঁঠৰ
চুগালে তোৰ বিৰিঙি উঠে
লাল চিৰাজিৰ তৰল ৰাগী—

কিয় নিদিলি সেই মদিৰা
সেই যে ৰাগী প্ৰাণ পাহৰা
কৰি দে মোক চেতনাহীন
প্ৰাণৰে তৃষ্ণা মিটক আজি।

॥ ৫ ॥

(আজি) ধৰণীৰ উতলা প্ৰাণ—
বকুলৰ ডালতে কুলি কেতেকীয়ে
গাইছে মধুৰ গান।

দুৱাৰে দুৱাৰে ফুৰিছে অই
ঋতুৰাজে সখি বলিয়া হই
শুচি গ'ল আহি নবীন অতিথি
মতলীয়া কৰি প্ৰাণ।

(আজি) বননিৰ উতলা চিত
শুনি বা হব কি গীত—
লোৱা লোৱা আজি হে ঋতুৰাজ
ব্যথাৰ অৰ্ঘ্য দান।

॥ ৬ ॥

মৰমৰে কথা কিয় পাহৰিলা
অ' মোৰ সাদৰী সোণাই—
হিয়া বীণাখনি গ'লা ভাঙি-চিঙি
কিয়নো নাহিলা চুনাই।

তাহানিৰে পৰা আছে হিয়া ভৰি
কত কথা ব্যথা মৰমতে মৰি
আহিবানে পুনু বাঁহীটি বজাই
হিয়াৰে দুকূল কঁপাই।

মৰমৰে মালা গাঁথিছোঁ সদায়
হিয়াৰে মাজৰ ব্যথা সুমুৱাই
পিন্ধিবানে আহি মিচিকি হাঁহি
অ' মোৰ সাদৰী সোণাই।

॥ ৭ ॥

কিয় লগালি অগনি ঐ ফাগুনী—
পুৰি কৰিলি ছাই গুৱনি ফুলনি।

কিয়নো আহিলি ফাগুনী তই
কোনেনো কৰিলে বাউলী অই
কিয় কৰিলি আজি উতলা ধৰণী।

॥ ৮ ॥

গুৰু গুৰু গুৰু গম্ভীৰ আজি
বাজে গগনত—
উঠে প্ৰতিধ্বনি বেদনা জাগি
শঙ্কা পৰাণত।

কেনি গ'ল কেতেকী ঘন বৰষাত
নাই গহনত—
(আজি) সিক্ত যামিনী কান্দে বিশ্ব-পতিৰ
ধৰি চৰণত।

অশ্ৰু মুকুতা কাৰ কৰে জল্ মল্
ছুটি নয়নত
সেই যে বেদনা সখি বিৰহ জাগে
মোৰো পৰাণত।

॥ ৯ ॥

কোনেনো মাতেহি ডাৱৰীয়া ৰাতি
বুকুৰে কাঁচলি কিয় গুচুৱালি
(হেৰ) ক'ৰেনো বলিযা বা ছাতি।

মেঘে গুৰু গুৰু বজালে ডঙ্কা
হিয়াৰে থলিত লগালে শঙ্কা
ক'তেনো আজি আছাগৈ আঁতৰি
অ' মোৰ সাদৰী সখাটি।

কত দিনে ৰাতি চকুলো বোৱালোঁ
অ' মোৰ প্ৰিয়তম তথাপি নেপালোঁ
কোন তুমি আহি কিয় গ'লা মাতি
নক'লা কিনো ঐ কথাটি।

॥ ১০ ॥

হেৰ ক'ৰে নাৱৰীয়া ভই
যি ব্যথা জ্বলিছে হিয়াৰে থলিত
চাই যা ক্ষন্তেক ৰই।

ভৰ বাৰিষাৰ ডেকা চাকেনৈয়া
কঁপি উঠে হিয়া 'অ' নাৱৰীয়া
হ'ল যে সন্ধিয়া পাৰতে থাকি যা
দেহাৰে জিবনি লই।

এই ঘাটতে হেৰুৱালো মই
হিয়াৰে আপোন সুৰটি অই
ফুৰিছোঁ বিচাৰি তোকে ঐ সুৰটি
ক'তেনো লুকালি গই।

কোনোবা দেশৰ কাঁড়ৰে আহি
মন-পখিলাটি লৈ গ'ল হাঁহি
আছোঁ যে নমৰি কবিগে' বাতৰি
মোৰেনো কোঁৱৰক অই।

॥ ১১ ॥

কোনেনো সখি জগালে মাতি
শেৱালি ফুলা জোনালী ৰাতি,
নিযৰৰে চেঁচা চুমা পৰশত
গোলাপী সখি কান্দিছে তিতি।

সেই বথাটি কোনটি পৰত
কৈ গ'ল আহি সপোন পাৰত
কোনেনো আহি বজাই বাঁহী
চকুৰ টোপনি লৈ গ'ল মাতি।

বনৰে ডাউকী পুৱতি নিশা
কান্দে বুকু ভাঙি কত কি আশা
তলসৰা ফুল হই বিয়াকুল
যায় নৰহি আসন পাতি।

॥ ১২ ॥

আজি পৰাণ মতলীয়া—
ফুলে ফুলে ফুৰে চুমি পবন মতলীয়া।

আহিল নবীন বসন্তৰাজ
ভাঙি দিয়া সখি চকুৰ লাজ
ব্যাকুলিত হৃদি নেমানে বুজনি কান্দে যে পিয়া পিয়া

বোৱা বোৱা— সুৰভি গন্ধ
কৰাহে আজি হৃদয়ানন্দ
ব্যাকুল অলি যায় মধু চুহি ভাঙি ঐ ফুলৰে হিয়া।

॥ ১৩ ॥

ক'ৰে তই মলয়া কঁপাব হিয়া
কৰ যে বলিয়া ফুল সুবাসেৰে
ভাবোতে শুণোতে আমাৰে সখিৰ
দুগালে অশ্রু মুকুতা সৰে।

আদৰি আনিলি সাদৰী কুলি
কাৰনো বাতৰি কুউ কুউ বুলি
আমাৰে শুৱনি সখিৰে খোপাটি
ঘনে ঘনে ঐ স্থলকি পৰে।

কোন বজাবে ৰূপহী কুঁৱৰী
কান্দে বোহে পাতি ৰূপকে সুঁৱৰি
যাওঁতে ভাবি ঐ ফুলকোঁৱৰে
ফুলনি সাটত পিছলি পৰে।

॥ ১৪ ॥

মনোমোহা আজি শৰতৰে নিশা—
দুইভৰ স'তে কপালী জোনাক
কয় কি গুপুত ভাষা।

হিয়া মোহনাই ৰূপ দেখিলে
লাজুকী তৰাই মিচিকি হাঁহিলে
আজি বুকে বুকে অধৰে অধৰে
কিনো অমিয়া বৰষা।

(আজি) বননি বুকুত জাগিল ব্যথা
নিয়ৰে জনালে বিৰহৰ কথা
পৰশতে পমি কৰে চুমাচুমি
কোন অতীতৰে আশা।

॥ ১৫ ॥

যমুনা কঁপাই কোনেনো বজাই
সুৰৰে সুৱদি মধুৰ ঐ বাঁহী
কদমৰে কলি পৰিছে সৰি
ঢৌৰে বুকুত ফুৰিছে ভাহি।

পদুমৰ পাততে নিতৌ ৰূপে লেখি
থাকে মনে মাৰি ৰাধিকা সখী
যদিবা আছে চিকুণে ক'লীয়া
যায়যে গুচি মিচিকি হাঁহি।

যমুনা আউলী যমুনা বাউলী
যমুনাৰে হিয়া নাচিছে উথলি
তাক নকৰিবা ছলনা তুমি
অ' মোৰ ক'লীয়া হিয়া জুৰোৱাহি।

॥ ১৬ ॥

তটিনী কিয় ক'বে জোনাইবে সাধনা
যুগে যুগে ৰূপ লেখে কত যে ভাবনা।

বাৰে বাৰে কুমুদিনী
হাঁহি হাঁহি পাগলিনী
নিমিষতে প্ৰাণৰে আশা পায় মাথোঁ যাতনা।

যৌৱনৰ ভৰা বুকু
জোনে কিয় দিলে চকু
আজলী তটিনী পায় হৰি নিয়ে চেতনা।

॥ ১৭ ॥

কিয়নো ফুলিলি মাধৈ-মালতী
কাৰনো শুৱনি খোপাৰে ফুল—
অ' মোৰ মাধৈ-মালতী ফুল।

ৰিব্ ৰিব্ ৰিব্ মৃদু সমীৰণে
পৰাণ কৰিছে বিয়াকুল
কোন বাঞ্চিতৰ মানসী প্ৰিয়াই
ভাঙিছে হিয়াৰ ঐ দুকূল
অ' মোৰ মাধৈ-মালতী ফুল।

কুউ কুউ সুৰে বাসন্তী কুলিয়ে
বকুলৰ ডালতে দিছে ঐ দোল
কোনে মোৰ দিবহি হিয়াত বুজনি
কোনেনো ভাঙিব সপোনৰ ভুল
অ' মোৰ মাধৈ-মালতী ফুল।

॥ ১৮ ॥

কিনো লয়েলাসে অ' ৰূপহী
বীণাৰে তাঁৰত বুলাই হাত,
সেইযে ৰাগিণী উঠে প্ৰতিধ্বনি
ব্যথাভৰা কাৰ হিয়াৰে বীণাত।

তোৰ অধৰে মিচিকি হাঁহে
অ' ৰূপহী কিনো উলাহে
আৰু নবজাবি মধুৰে বীণাটি
নিদিবি বেজাৰ বিৰহৰে গাত।

কিয়নো কৰিলি হিয়াৰে বীণাত
কোমল কঠিন পৰশ আঘাত
বিৰহী কৰি থাকে তাৰ ছবি
হিয়াৰে মাজৰ ব্যথা বেদনাত।

॥ ১৯ ॥

গোলাপী সখীৰ আজি মন হ'ল উচাতন
মধুনিশা সপোনৰ মূৰতি হেৰাই
আলসুৱা তনু-মন কোনে কৰে হৰণ
ভুবনমোহন ৰূপ দেখুৱাই।

বুকুৰ আঁচলখনি সুদূৰ পৱনে কাঢ়ি
লৈ যায় দূৰে দূৰে উৰুৱাই
মায়াৰ মদিৰা জালে কোনে প্ৰাণ কন্দুৱালে
ধৰোঁ ধৰোঁ কৰোঁতেই পলাবতে যায়।

ৰূপৰ কথাকে ভাবি হয় নিজে অভিমানী
আপোন পাহৰে সপোনকে পায়—
নিতে নৱ মধু খাই বাহি ফুল এৰি যায়
বলিয়া ভোমোৰা সি নাহে যে ঘূৰাই

॥ ২০ ॥

নেলাগে বাজিব যা ভাগি-ছিগি
অ' মোৰ বুকুৰে বীণাটি—
নেলাগে শুনাব মধুৰ ৰাগিণী
নিমিটে প্ৰাণৰে আশাটি।

হাঁহি হাঁহি কানে দিহঁতে সপোনে
কয় যেন হিয়াৰ কথাটি গোপনে
কওঁ কওঁ বুলি নোৱাৰো ক'বলৈ
হিয়া ভগা মোৰ কথাটি।

বিৰহৰে হিয়া কোনে জুৰাবহি
গাঁথি থোৱা মালা কোনে পিন্ধিবহি
অ মোৰ সপোনৰ নিঠুৰ দেৱতা
নেপাওঁ কিযনো মাতি।

॥ ২১ ॥

কোনে মাতি সখী পুৱালে ৰাতি
(তোৰ) লাহতী খোপাৰ মালতী ফুল
জঁয় পৰি গ'ল ভাবতে আকুল
অজানিতে আহি গ'ল ভাঙি-ছিঙি
হৃদয় বীণাটি।

বাউলী উষাই মিচিকি হাঁহি
ব্যথাৰ চকুলো মচি দিলে আহি
বাউলী কৰিলে কোনেনো মাতি
নাহিল উলটি।

॥ ২১ ॥

আজি মৃদু সুবাসে ফুলে কুসুম কলি
আছে গুঞ্জৰি সখী ব্যাকুল অলি ।

বাৰে বাৰে আজি
প্ৰাণে প্ৰাণে বাজি

উঠে কিয়নো পৰাণ সখী—শ্যাম মুৰলী,
কৰে মতলীয়া—কিনো সুৰ তুলি ।

॥ ২৩ ॥

মনৰে ভাবনা (মোৰ) মনতে থাকিবি—
প্ৰাণৰে বাসনা পুৰি ছাই হবি ।

অ' মোৰ চকুলো চকুতে থাকিবি—
দুগালে বাগৰি দুগালে শুকাবি ।

নেলাগে ফুলিব ফুলৰে কলিটি
ফুল যদি তই মৰহি শুকাবি—
গাব যদি তই বিৰহী কেতেকী
ব্যথাৰে ৰাগিণী—ব্যথাতে মৰিবি ।

॥ ২৪ ॥

বোৱাঁ বোৱাঁ আজি দিশে বিদিশে
কোন সুদূৰৰ সমীৰণ
দিয়া দিয়া তুমি যৌৱন হিয়াত
আকুল ব্যথাৰ পৰশন।

লোৱা লোৱা আজি ব্যথাৰ আঁজলি
ভৰি য'ক প্ৰাণ অমিয় উথলি
পলকে পলকে কান্দি উঠে প্ৰাণ
যৌৱন তৃপ্তি অপূৰণ।

কুলু কুলু কিয় তটিনীয়ে গায়
পাবৰ বুকুত সুৰটি থৈ যায়
সি সুৰে আজি হিয়াটি নচুৱাই
কোন অজানাৰ দৰশন।

॥ ২৫ ॥

অ' মুছাফিৰ দিল্ বুল্‌বুল্ তোৰ দি গ'ল যে দোল্
গুল বাগিচাত মোৰ—
লুটি লৈ গ'ল গুল্ বাগিচাৰ সব্ মধু মোৰ
জুঠা জোৱান্ তোৰ।

আহা কি মজাব অ' বুল্‌বুল্ তই
ক'ত শিকিলি গান গাবলই—
কিয় মোৰ দিলত দি গ'লি দৰদ্ অ' বেইমান
দিল্ নপবিল জুৰ।

কিয় কৰিলি দিল্ হাইৰাণ্
অ' বুল্‌বুল্ তই মাৰি কিনো বাণ
আজিও মোৰ দিল্ আফশোষ্ হায় অ' মুছাফিৰ
তছ্‌বিৰ আঁকি তোৰ।

॥ ২৬ ॥

কিয় ভাবিলা প্ৰাণ সঁপিলা
ৰূপ আঁকিলা অই,
নিঠুৰ হিয়া সি যাতনা দিয়া
শ্যাম ক'লীয়া ঐ।

কিয় পিন্ধালা ফুলৰে মালা
অঞ্জলি দিয়া অই—
দিব যে হাঁহিটি নিব সি হিয়াটি
মুখত বাঁহীটি লই।

কিনো যাদু জানে সি দুটি নয়নে
হৃদয় হানে ঐ
গাগৰি কাষতে যমুনা পাৰতে
নাথাকিবা যাতে বৈ।

॥ ২৭ ॥

বন্ধু, হ'বা আজি মোৰ মহানিশা—সুখে দুখে অনুৰাগী,
লোকৰ হকে জীৱন নিয়ালোঁ, নেপালোঁ কৰুণা মাগি।

ৰাতি দিন কত কান্দিলোঁ মই
ব্যথাৰ অশ্রু লগৰী লই
মনটি তোমাক সঁপিছোঁ বন্ধু, থাকিবানে আজি জাগি?

দান লোৱা আজি ভগা বীণা মোৰ
বজোৱা এবাৰ বিদায়ৰ সুৰ
সকলোৱে আজি থাকিবা বন্ধু—নেথাকিম মই বৰাগী।

গ'লাগৈ তুমি হে কৰ্মবীৰ ! সকলোকে আজি কন্দুৱাই
দুখুনী আমাৰ ভাৰত-মাতৃৰ পুঙুচিল দুখৰে বিলাই ।

পূজিছিলা তুমি জন্মভূমিক ভকতি অশ্রু বোৱাই
দিছিলা যে তুমি জাতীয় যজ্ঞত জীৱন আহুতি আগেবঢাই
হে মহান, স্বাৰ্থত্যাগী ! গ'লাগৈ আজি কন্দুৱাই
থই গ'লা তুমি অমৰ সাহিত্য ভাষাৰ অমিয় ৰসে বোৱাই ।

কাহানি আহিবা নবীন উলাহে নব জাগৰণ জগাই
স্বৰাজৰ অমিয় গীতৰ চাপৰি কাহানি দিবাহি লগাই
তোমাৰ কৰ্মৰ অসীম উদ্যম থাকোক জগত পোহৰাই
থাকি সৰগত ধ্রুৱতৰা হই দিয়া যেন কৰ্তব্য সোঁৱৰাই ।

( কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈদেৱৰ পৰলোকপ্ৰাপ্তিত ৰ'চিত )

— 0 —

# ভক্তিমূলক

॥ ১ ॥

তুমি আনি দিছা মোৰ
মনে-প্ৰাণে ধ্যানে-জ্ঞানে
চিৰসুন্দৰ ছবি তোমাৰ।
দেখোঁ, অন্তৰে-বাহিৰে
পৰ্বতে প্ৰান্তৰে
তুমি বিশ্ব-আলোক আধাৰ।
তুমি, মধু-মুৰলীধাৰী
নিকুঞ্জ-বিপিন-বিহাৰী
তুমি সুন্দৰ মোৰ হিয়াৰ।

॥ ২ ॥

হেৰ, শ্যাম বৰণীয়া গধূলি বেলিয়া
বজালি মোহন বেণু—
শিৰত যে তোৰ কিৰীটি
মুখত মধুৰ হাঁহিটি
ক'ত চৰাইছিলি ধেনু—শ্যাম বৰণীয়া
বজালি মোহন বেণু।

যমুনা ভাটনী
যমুনা বাললী
তোৰেই সুৰতে হেনো—
কিয় বেণু বজালি
কিয় ধৰা কঁপালি
উকুৱাই কদমৰ বেণু—শ্যাম বৰণীয়া
বজালি মোহন বেণু।

॥ ৩ ॥

প্ৰণামো ব্ৰহ্মা পৰম গুৰুজন
তুঁহু বিশ্ব-ব্ৰহ্মাণ্ড স্ৰজন
তাৰণ-কাৰণ বিষ্ণু ভগৱান ।

সত্য মহেশ
সতী-পতি কৈলাস
বক্ষে শোভত কাম ফুলবান মদন ।

প্ৰেমৰসে মগন
দেৱৰ্ষি নাৰদ
মধুৰ-ছন্দ বীণে গাৱত গুণগান ।

॥ ৪ ॥

কোনেনো বজালে বাঁহী মধুৰ ৰাগিনী
চঞ্চল মালিনী কম্পিত ধৰণী ।

কোনেনো শুনালে তাহি
সুৰ-সুধা ৰাগিনী
শুনি সৰগৰে পৰা
নামে মন্দাকিনী
হৰষে পৰশে নাচে শ্যামল বননি ।

॥ ৫ ॥

পদূলি মুখতে গপলি অ'ই
কোনেনো বজাই মুৰলী,
শুনা শুনা সখী মুৰলীৰ ধ্বনি
উঠিছে পৰাণ উথলি ।
সি, গো-ধেনু সখী লগতে লৈ
আছেহি তোমাৰ পদূলিত বৈ
ধলিৰে ঢাকিলে অ' মোৰ সখীটি
শুৱনি তোমাৰ পদূলি ।
দিয়া সখী আনি চৰণত ফুল
নিদিলে হবা ঐ কান্দি বিয়াকুল
তাৰ শিৰত কিৰীটি মুখত হাঁহিটি
নিতৌ দেখা দিয়ে গধূলি ।

॥ ৬ ॥

ক'লৈনো ওলালি অমন বলিয়া
ভগা তোৰ ডিঙৰা বায়
তোৰ, লগতে ওলাইছে বুকুৰে বান্ধৈ
কেনেকৈ যাবি বুজাই -
ভগা তোৰ ডিঙৰা বায় ।
কোনে তোক মাতে সিপাৰৰ ঘাটতে
বাৰে বাৰে বিভিয়াই,
কিয় শুনি যে কান্দিলি বান্ধৈৰে বিননি
দুগালে চকুলো বোৱাই--
ভগা তোৰ ডিঙৰা বায় ।
তই ক'লৈ আহিছিলি ক'লৈনো ওলালি
অ'মন বলিয়া কাই,
ইপাৰৰ ঘাটতে বহি তোৰ বান্ধৈয়ে
কান্দিব তোকেনো থিয়াই
সিপাৰৰ ঘাটলৈ চাই ।

॥ ৭ ॥

প্ৰণামো তোমাক শতবাৰ
হে গুৰু, দেৱতা মোৰ
দীক্ষা দিয়া তোমাৰ প্ৰেমৰ
চিৰমঙ্গল মধুৰ ।

পল্লিতে গাৱ [illegible]গৰটাই
থৈছো হিয়াৰ প্ৰদীপ জ্বলাই
কুটীৰত মোৰ উঠক বাজি
তোমাৰ প্ৰেমৰ সুৰ ।

মাগিছো মই ভিক্ষা তোমাৰ
ৰক্ত-কমল চৰণ এবাৰ,
দান লোৱা প্ৰাণ কৰি হিয়াৰ
সকলো ব্যৰ্থ ভাবনা দূৰ ।

॥ ৮ ॥

নুপুজো পাষাণ প্ৰভু, মূৰতি তোমাৰ—
ভাগি য'ক মন্দিৰ, সোণৰ দুৱাৰ ;
(মোৰ) নিদিওঁ প্ৰদীপ আৰু আৰতি সন্ধ্যাৰ
আলোহীন হ'ক প্ৰভু চিৰ-অন্ধকাৰ ।

আঁকিম হিয়াত মোৰ মূৰতি তোমাৰ
পিন্ধাম তোমাক ভক্তি অশ্ৰুহাৰ
যাচিম হিয়াৰ যত গন্ধ-সম্ভাৰ ;

তুমি আহা হে হৃদয় বীণাৰ
তুলি তাঁৰে তাঁৰে মধু-ঝঙ্কাৰ ।

॥ ৯ ॥

কোন বলিয়াই বাঁহী বজাই
তুলিলে কি সুৰ,
কৰে মাধোঁ চতুৰালি
কোন সি চতুৰ সখী
তুলিলে কি সুৰ।

বাৰে বাৰে বাঁহী বজাই
কি যে সুমধুৰ,
যমুনা উতলা কৰে
কোন সি নিঠুৰ সখী
তুলিলে কি সুৰ।

কিয়নো তাৰ বাঁহীৰে সুৰ
নপৰে ঐ ওৰ,
বিৰহৰে হিয়াখনি
নপৰিলে জুৰ সখী
তুলিলে কি সুৰ।

॥ ১০ ॥

নিয়া তুমি পাৰ কৰি হে হৰি মোৰ
নিয়া তুমি পাৰ কৰি,
আহিছিলো লগত যাৰ মই
সিও যে গ'ল এৰি হে হৰি মোৰ
নিয়া তুমি পাৰ কৰি।

ইপাৰতে মোৰ ভগা পঁজাটি
সিও যে ছাই হ'ল পুৰি
সাঁজো লাগিলে এন্ধাৰো আহিলে
নিয়া তুমি পাৰ কৰি হে হৰি মোৰ
নিয়া তুমি পাৰ কৰি।

ইপাৰৰ ভাৱনা পেলাগোঁ পাহৰি
সিপাৰলৈ আশা কৰি
লৈ যোৱা তুমি পাৰ কৰি মোক
বাই ভৱ-তৰী হে হৰি মোৰ
নিয়া তুমি পাৰ কৰি।

॥ ১১ ॥

মমতা যদি তোৰ নাই অ' পূজাৰী
কেনেকৈ পূজিবি দেৱতা তই,
নাই যদি যোৱা চকুলোৰে ভাহি
কিহেৰে যাচিবি অঞ্জলি ঐ।

পাৱ যদি ব্যথা তই অ' পূজাৰী
পূজাৰ সম্ভাৰ আগত থৈ
বন্ধ যদি তোৰ হিয়াৰ দুৱাৰ
কেনেকৈ আহিব দেৱতা ঐ

ভাব যদি তই নকৰো সাধনা
নুপূজো নিঠুৰ দেৱতা ঐ
তোৰ যে দেহাৰ কোন সি গৰাকী
চাবি ভাবি-গুণি মমতা লৈ।

॥ ১২ ॥

হে নিঠুৰ দেৱতা মোৰ
পৰেনে মনত বকুল বনত
পিন্ধোৱা সেই মালা গাঁথি।

তোমাৰ ব্যাকুল বাঁহী শুনি
ধৰিছিল ময়ুৰে চালি
বইছিল যমুনা উভতি।

হে প্ৰিয় কাণু শ্যাম
কেনি গ'লে দেখা পাম
তোমাৰ মোহন মূৰতি।

আজিও যমুনা নদী
গায় কত ব্যথা-গীতি
মিলন মধুৰ স্মৃতি।

॥ ১৩ ॥

অ' আই মহাকালী।
কিনো যে তই ৰূপ ধৰিলি।

তই ডাইনী-যখিনী সঙ্গে লৈ
ওলালি আউলী-বাউলী হৈ
হাতে খড্গ ধৰি নৰমুণ্ড কাটি
কিয়নো আই মালা পিন্ধিলি।

তোৰ, ৰক্ত সাধুজনে পূজে ৰাতি দিনে
আৰু কেও নাই বুলি তোৰ বিনে
তোৰ প্ৰাণপতি শিৱৰ বুকুত
উলঙ্গিনী হৈ কিয় নাচিলি ?

কিনো দি তোক তুষিম আই
পূজিম ভক্তি-অশ্ৰু বোৱাই
ধৰ পুণ্যৱতী ৰূপ শিৱ-সতী
আদৰ্শ ৰ'ক জগত জুলি।

॥ ১৪ ॥

আহা আজি মোৰ হে শ্যামৰাই
ক'ত আছা তুমি লুকাই,
কদমৰ তলতে আছো বাট চাই
আহা হে বাঁহীটি বজাই।

নিবেদিছো মোৰ জীৱন-যৌৱন
লোৱাহি চৰণে চপাই
ফুলেৰে সাজিছো ফুল প্ৰেমাসন
থৈছো হিয়াতে সজাই।

তাহানি যে সেই বাঁহীৰ সুৰত
যমুনা বৈছিল উজাই
আজিও মোৰ আহা মনে প্ৰাণে
মৃদুল বাঁহীটি বজাই।

॥ ১৫ ॥

দুদিন দুনিয়া এৰি থৈ বলিয়া
ওলা বিচাৰি প্ৰেম-দুনিয়া,
আৰু নিদিবি মায়া মদিৰা
উতলাই তোৰ দিল দৰিয়া;
এই যে দুনিয়া দুদিনীয়া
সপোনপুৰীৰ ছয়া-ময়া
যা পলাই খোজ থৈ তোৰ বলিযা
পাহৰি এই মায়া দুনিয়া!

তোৰ যে সজাৰ দৰদী-প্ৰিয়া
যাব লাগিব এৰি এতিয়া
তোৰ সুৰতে অ' বলিয়া
আছে বন্ধা এই মোৰো যে হিয়া।

॥ ১৬ ॥

স্নেহৰ পাষাণ পূজাৰী প্ৰিয় তই
তাৰ নগলে পাষাণ হিয়া
হলি মাথো মন্দলীয়া
মোৰ মায়া বাসনাৰে মন বান্ধি লৈ।

তোৰ চা দীপ-আৰতি
হিয়াৰ থলিত
জ্বলিছোঁ ভকতিৰ
দেৱতা স্মৃতিত

তই গলাব লাগিব তাৰ পাষাণ হিয়া
এৰি মন বাসনাৰ মোহ মায়া
তই, কান্দিব লাগিব তাৰ বন্দুৱাৰতে।

॥ ১৭ ॥

কোনে আঁকে ছবি
চিৰ-সুন্দৰৰ,
দিলে মৃদু হাঁহি
দুটি অধৰৰ।

কোনেনো আঁকি
ৰক্ত চৰণ
কৰি মিনতি
চিৰ বৰণ
দিয়ে ভক্তি পূজা
প্ৰেম অন্তৰৰ

আজি গায় নিয়তিয়ে গুণ অ' বলিয়া
তোৰ জীৱনৰে সুৰ—
সেই সুৰে লৈ আহিব তোলৈ
নভগা টোপনি ঘোৰ ।

তাই যে নিয়তি নিওঁ নিওঁ সুৰে
মায়াৰ আঁৰে আঁৰে নাচি নাচি ফুৰে
আজি, তাইযে ভাঙিব হেৰ বলিয়া
সুখৰ সপোন তোৰ ।

॥ ১৯ ॥

কোনে কি অ' মন দেখুৱালে ভাও
কৰি তোক অই বলিয়া
বিয় ক্ৰান্দ তই উৰি যাবি গই
অ' মোৰ পৰাণ-পখীয়া ।

চাই যা অ' মন আহিছ যেতিয়া
যাব লাগিব বাট দূৰণীয়া
কাহানি হ'ব তোৰ ভৱ-খেলা ওৰ
পৰিব জীৱনৰ যৱনিকা ।

তোৰ যে অ' মন বুকুৰে মাদলি
কোনে কাঢ়ি নিলে আছিলে উজলি
কোনে দেখুৱালে কন্দুৱাই তোক
কোন সি বিশ্ব-ভাৱৰীয়া ।

॥ ২০ ॥

জীৱনৰে কিনো গান গাবি অ' বৰাগী
জীৱনৰে কিনো গান গাবি,
এবেলি যে জনম ঐ এবেলিনো মৰণ ঐ
ভালকৈনো ভাবিয়ে চাবি.
ভালকৈনো ভাবিয়ে চাবি অ' বৰাগী
জীৱনৰে কিনো গান গাবি।

গাওঁতে তই ৰাখিবি গানৰে ঐ প্ৰাণটি
তালতেনো তামটি দিবি,
নাই ক'তো থানি ঐ জীৱনে তৰণী তই
ভালকৈনো বায়ে যাবি
ভালকৈনো বায়ে যাবি অ' বৰাগী
জীৱনৰে কিনো গান গাবি।

॥ ২১ ॥

আজি বীণত কি বাজিল সুৰ
হে প্ৰিয়, হে বন্ধু মোৰ,
সিযে চকুলোৰে ক'ত হবগৈ লীন
কোন অসীমৰ সুৰ।

কিয় নয়নৰ মোৰ দৃষ্টি নাশি
আহিল এন্ধাৰ ঘোৰ.
কোনে চলালেহি ইপাৰত মোৰ
জীৱন-সন্ধ্যাৰ ভুৰ।

তুমি ক'ত আছা কোন অসীমৰ
হৈ অচিন বন্ধু মোৰ
কৰা তোমাতে লয় হে তুমিময়—
নিবা কিমান দূৰ।

॥ ২২ ॥

কিয় পৰাণ বীণাৰ তাঁৰে তাঁৰে
কোন অসীমৰ
অচিন ৰাগিণী
উঠে বাজি মোৰ কিনো সুৰে

গালো বা নাগালো গান
পালো বা নাপালো মান
নাই একো ক্ষতি
নাই অভিমান
গাই যাম কান্দি চকুলোৰে

॥ ২৩ ॥

কিহেৰে পূজিম আজি
হে বিশ্ব-আগমনী।
দিয়া দেৱী দিয়া মুক্তি
হে মুক্ত দায়িনী।

কিহেৰে নিবেদোঁ আই
সন্তান যে দীন হীন,
আছোঁ বন্ধা শিকলিৰে
হই চিৰ-পৰাধীন—
দিয়া মুক্তি, ধৰা মূৰ্তি
অসুৰ-নাশিনী।

॥ ২৪ ॥

আজি, আকাশে বতাহে গাইছে উলাহে
'জয়া'ৰে কাহিনী অই—
গাওঁ আহা সবে উচ্চ কণ্ঠে
জয় সতীৰেই জয়।

লোৱা লোৱা আই হে মহাসতী
যাচিছোঁ অঞ্জলি হিয়াৰ ভকতি
আজি, তোমাৰে কিৰীটি তোমাৰে মুৰতি
পূজিম হিয়াত লই।

দেখুৱালা তয়ু পতি-পৰায়ণা
আদৰ্শ সতীৰ কঠোৰ সাধন।
আই, তোমাৰ মহান অক্ষয় কিৰীটি
আছে যুগমীয়া হই।

॥ ২৫ ॥

জাগে মধু উল্লাস চিত্ত উদাস
বাজে মধু মুৰলী কাৰ
দোলে মন-বন-হিন্দোল-দোল
ফুলে কলি কুসুম কৱি-কল্পনাৰ।

উচ্ছল, চঞ্চল
ব্ৰজকুল কামিনী
বাজে ৰিণি-ঝিনি
কঙ্কণ-কিঙ্কিণী
নাচে তৰঙ্গিণী
প্ৰেম উন্মাদিনী
তোলে কল্লোল হিল্লোল
বোল যমুনাৰ—
ৰাগে, হৃদয় ৰঞ্জিত
মধু-বাসনাৰ।

॥ ২৬ ॥

নমো নমো দেৱী হে বীণাপাণি
মৃদুল মলয়া বসন্তবাণী ।
শোভে পদতল
কুসুম-কমল
শ্বেত বৰণী হংসবাহিনী ।

হে বিশ্ব মধুভাষিণী
তুমি সব শাস্ত্ৰজননী
তুমি সঙ্গীতবাণী বাদিনী
হে মধুময়ী আনন্দদায়িনী

॥ ২৭ ॥

জয় জয় তব আজি
হে ঋতু-পতি
জয় মদন মোহন মূৰতি ।

প্ৰকৃতি কুসুম সাজি
নাচে পবন পৰশে আজি
গাই বিহগী আকুল কণ্ঠে
প্ৰেম-সুধা গীতি ।

॥ ২৮ ॥

কোনে পিয়ালে এ দিৱানা
জুঠা পিয়লা ওঁঠত ধৰি,
ভাঙিছে তোৰ দিল-দৰিয়াত
কোন দৰদীৰ দৰদ্‌ভৰী ।

কোনেনো তোৰ মন সজালে
আঙুৰ চেপি ৰস পিয়ালে
আছিল যি তাৰ চৰণ লুটিলে
পিছলে থাকে নাছে যে ঘৰি ।

বেইমানী তোৰ দিল দৰদী
কপাৰে মদিৰা পিয়ালে যদি
পিয়ল আজি পৰাণ ভৰি
যাব লাগিব ছুনিয়া এৰি ।

॥ ২৯ ॥

সন্ধ্যা আৰতি দিয়ে কোন বিৰহী
অশ্রু বোৱাই,
বুকুৰ আঁচলখনি পবনে আহি
দিযে উৰুৱাই ।

শূন্য মন্দিৰ হায় প্রদীপ জ্বালি
বন্দে ছন্দ-গীতি অশ্রু ঢালি
নাহিল দেৱতা দিক্ উজলাই
কান্দিছে ধিয়াই অশ্রু বোৱাই ।

কিয় উগুল-থুগুল ব্যথিত হৃদি
উঠে গগনে পবন ব্যাপী
ৰিণি ৰিণি সেই বিননি
বেদনাৰ চিতা-জুই উঠে জ্বলি
কাৰ দগ্ধ বিৰহত পৰে ঢলি
আকাশ প্রদীপ হায় টিমিক-টামাক
যায় যে নুমাই অশ্রু বোৱাই ।

॥ ৩০ ॥

দিব বুকুৰ শোণিতে নাথ
অঞ্জলি তোমাৰ,
যাচি ৰক্ত-কমল হিয়াৰ
চৰণ পূজাৰ ।

চাই, নয়নে হিয়াত ছবি,
আঁকিব তোমাৰ,
দিব গাঁথি সকলো ব্যথাৰ
প্ৰেম অশ্ৰুহাৰ ।

তুমি তুলি সুৰ অনিৰ্বাৰ
হিয়াত বীণাৰ
থাকি হিয়াত বজাই মোৰ
নিছিঙিবা তাঁৰ ।

॥ ৩১ ॥

[illegible] তুমিয়ে [illegible]
হৰি- মন-প্ৰাণ
মান, তুমিয়ে শিকালা তোমাৰ প্ৰেমৰ
ৰূপ অভিমান ।

বাণ, তুমিয়ে মাৰিলা হিয়াৰ মাজত
বিজুলীৰ বাণ —
তান, তোমাকেই মোৰ আঁকোৱালি ধৰা
পৰাণৰ তান ।

দান, তুমিয়ে দিয়ালা তোমাৰ পদত
প্ৰেম প্ৰতিদান
গান, তুমিয়ে গোৱালা তোমাকেই চিৰ
ভালপোৱা গান ।

॥ ৩২ ॥

ধৰিবি কি ৰূপ সলাই অ' মন
এই ৰং মচা গ'লে দেহাৰ
পাব আকৌ জানো জনম ধৰাৰ
জগত যত বন্ধু, প্ৰিয়াৰ ।

তোৰ, মচা গ'লে এই ৰং দেহাৰ
দেখিবিনে ৰং ক'লা এন্ধাৰ ;
তই, সানি লৈ সেই ৰং এন্ধাৰ
দিবি খোজ কোন দুনিয়াৰ ।

(তই) পাবি গইনে থাকিব তাত,
এনে পোহৰ জ্যোতি-ধৰাৰ
তাত গাবি গইনে সুৰ ইয়াৰ
নোগোৱা তোৰ গান হিয়াৰ ।

## বনগীত

॥ ১ ॥

তই. অ' মন বলিয়া
হৰিনাম একাকি গা,
হৰিনাম অমিয়া পি লৈ বলিয়া
তুহাতে চাপৰি বা।

তই যে অ' মন কোনোবা দেশৰ
এছাটি খন্তেকৰ বা,
কোনোবা দিনা ঐ ঢলি যে পৰিব
তোৰ আলসুৱা গা।

কালৈ ঘটিলি ধন—তই অ' মন
কোনে খাব ভাবি চা—
তোৰ মৰিলে জগত নাযায় কোনো ঐ
হৰিনাম লৈয়ে যা।

॥ ২ ॥

কালে সাচিলি ধন তই অ' মন
কালৈ সাঁচিলি ধন,
চকুৰে টোপনি চকুতে নিয়ালি
কিয় হ'লি উচাটন তই অ' মন
কালৈ সাঁচিলি ধন।

তোৰে হুৱাৰত কণা-খোজনীয়া
তোকে বোলে মহাজন
তোতকৈ এজন আছে মহাজন
নিচিনিলি সেইজন তই অ' মন
কালৈ সাঁচিলি ধন।

যেতিয়া আহিব তোৰে ঐ চমন
কোনে খাব তোৰ ধন
মাটিৰে দেহাটি মাটিতে মিলিব
হাড়তে গজিব বন অ' মন
কালৈ সাঁচিলি ধন।

॥ ৩ ॥

কিয়নো তই বজালি বীণে ঐ বৰাগী
কিয়নো তই বজালি বীণ,
জীৱনে তোৰ ঢাকিলে বিষাদে ঐ ডাৱৰে
বিফলেনো নিয়ালি দিন—
বিফলেনো নিয়ালি দিন ঐ বৰাগী
কিয়নো তই বজালি বীণ।

ৰ'দে-বৰষুণে তই তিতিলি বুৰিলি ঐ
দেহাটিও কৰিলি ক্ষীণ
উজুটিতে ভাঙিলি হাতৰে ঐ লাখুটি
বাটৰো হেৰুৱালি চিন,
বাটৰো হেৰুৱালি চিন ঐ বৰাগী
কিয় তই বজালি বীণ।

কোনে দেখা দিলি সপোনতে আহি
হিয়াতে বজালি বাঁহী
কিয় কৰি গ'লি আউলী বাউলী
মাৰি মিচিকিয়া হাঁহি মোৰ বানে ঐ
হিয়াতে বজালি বাঁহী।

কোনে ছিঙি নিলি হিয়া-ফুলনিৰ
অতি হেঁপাহৰে পাহি
মোৰে চকুলোত কোন তই বান্ধি
গ'লি তিতি-বুৰি ভাহি মোৰ কোনে ঐ
হিয়াত মোৰ বজালি বাঁহী
কোনে সৰজিলি গুৰনি ধৰণী
বিনো যে মায়াৰে মুহি মোৰ কোনে এ
হিয়াতে বজালি বাঁহী।

॥ ৫ ॥

মউৰে চুৰালে তৰিও শুকালে
চুকাই কি কৰিব পৰাণ জুৰ,
বুকুৰ বাটেয়ে · বিনাবনে কান্দি
লৈ তাৰ এখানি সোৱাদ মধুৰ।

গাৰ চালে কাটি নিয়া চোৰে আৰু
পাবনে বিচাৰি বৰিবলৈ চুৰ
ইপাৰতে আহি চাপিবনে আৰু
মোৰনে এলমা জীৱনৰ ভুৰ!

বলি মাৰে গ'লে সন্ধিয়া আহিলে
তৰা জিলিকিব গগনৰ দূৰ,
গীত শেষ হ'লে সভাও ভাগিলে
থাকিবনে বাজি পৰাণৰ সুৰ।

ক'তেনো এৰি আহিলো থৈ
অ' মোৰ চেনেহী গাঁওখনি ঐ

অ' মোৰ ধাননি পথাৰখনি
অ' মোৰ গুৱনি লুইতখনি
ক'তে এৰি সোমালোহি মই
অ' মোৰ চেনেহী গাঁওখনি ঐ

অ' মোৰ চৰাযে বনগীত গোৱা
বা-ৰিব বসন্ত মলয়া বোৱা
অ' মোৰ দূৰণিৰ পৰ্বতৰ টিং
উঠে তাত হৰিণীৰ সুৰীযা ৰিং
শুনো হিয়া ভৰি থওঁৰ বৈ
অ' মোৰ চেনেহী গাঁওখনি ঐ

অ' মোৰ লখিমী দেশৰে ভাত
অ' মোৰ বাটৰে সুৰুদি নাত
অ' মোৰ গাঁৱৰে নিৰলা বাট
জুৰ লৈ গছৰে শীতলী ছাঁত
কাহানিবো দেখা পামগৈ
অ' মোৰ চেনেহী গাঁওখনি ঐ

॥ ৭ ॥

পৰক আপোন কৰি দিলি চকু এৰি
কৰি আপোনাকে পৰ,
দিলি মাজ-মজিয়াত বহে পাব। পাবি
এৰি চেনেহৰে ঘৰ—
কৰি আপোনাকে পৰ।

বহে দেখি শৰণ লৈ গ' শতুৰ
লুকায়ে দিলি'গ ভৰ
লুকায়ে থাকিলি বহো নাজানিলি
লই জনমে নৰব—
কৰি আপোনাকে পৰ।

ঘৰো হেৰুৱালি বেশো হেৰুৱালি
হ'লি শ্ৰীচেৰেলা মৰ
নাই যে থাকিব ঠাই দে তত্ হেৰুৱাই
হাবেৰে মাজলৈ লৰ—
হাবিতো দেখিবি পৰ।

॥ ৮ ॥

বা হেৰ বলিয়া
বৈ বৈ পৈপাটি বা,
তোৰেনো নগৰী নেপাইছে আহৰি
নাচে ভাঙি ভাঙি গা।

উজনি নামনিৰ গাত ঐ লাগিছে
ৰঙালী বিহুৰ বা—
বুঢ়া লুইতৰো উঠে ডেকাধ্বনি
ৰঙতে নাচিছে চা।

সিপাৰে জিলিকে নাৰায়ণ শিমলু
এখানি সুশীতল ছাঁ
নাচোতে বাগোতে লাহতী গাভৰুৰ
ৰ'দত ঘামে-জামে গা।

॥ ৯ ॥

কোন সেই ৰূপহীৰ ঘাট অ' মইনা
কোন সেই ৰূপহীৰ ঘাট
হাঁহি হাঁহি তাই ৰূপকে চাই চাই
নিতৌ গা পখালে তাত অ' মইনা
কোন সেই ৰূপহীৰ ঘাট।

তাত নিতৌ পঙ্খ চৰি থাকে অ' মইনা
খাই কুমলীয়া পাত
পাতে মইনা কুমলীয়া
পাতে মইনা কুমলীয়া
খাই কুমলীয়া পাত;

কিনো সুৰে ধৰি চৰাই-চিৰিকটি
মাতে বিনন্দীয়া মাত অ' মইনা
কোন সেই ৰূপহীৰ ঘাট
তাই উটুৱায়ে দিয়ে দীঘল চুলিটাৰি
বুলায়ে লাৱণী হাত
হাতে মইনা লাৱণী
হাতে মইনা লাৱণী
বুলায়ে লাৱণী হাত।

সাঁতুৰি থাকোঁতে অজলা কোঁৱৰৰ
মেৰিয়াই ধৰিলে গাত অ' মইনা
কোন সেই ৰূপহীৰ ঘাট।

॥ ১০ ॥

ফুলে মইনা কেতেকী তগৰে মালতী
গোন্ধতে মলে মলাই
মনৰে পখিলী ৰঙতে উমলি
নাচি নাচি উৰি যায়।

আমৰে ডালতে মলৰে গোন্ধতে
কুলিটিয়ে কিনো গায়,
সি দূৰ-সুদূৰৰ মৰমৰে বাণী
মনতে পেলাই দি যায়।

কিয়নো বলিয়া ব'দত ঘামি জামি
নাচি নাচি বীণে বায়,
তাক সপোনৰ সফুঁৰা হেঁপাহৰে কি বা
লাহে হিয়া উদণ্ডায়।

॥ ১১ ॥

পৰ্বতৰ আজলী হৰিণী ঐ—
নাহিবি নামি তই দেখি সেউজীয়া
ভৈয়ামৰ পথাৰলৈ।
নাহিবি নাহিবি তই
তোৰ হিয়া জুৰণীয়া অই—
থৈছে ব্যাধ জালতে বন্দীকৈ
নাহিবি চাই তই বান্দিবলৈ।

আহিলে সন্ধিয়া ঘোৰ
মনত কি লাগিব তোৰ
তই পৰ্বতৰে হিয়া ভাঙি থৈ আজলী
দিহিঙে দিপাঙে বিনাবি গৈ।

॥ ১২ ॥

তই ক'তে শিকিলি হেৰ বলিয়া
কিনো বিৰহৰে গীত,
বুকুৰ বীণাতে মোৰ
উঠে কি ব্যথাৰে সুৰ
তোৰে অই ৰাগিণীত ।

তোক কোনেনো পিয়ালে লৈ
ৰূপৰে ফটিকা ঐ'
তই মাটিতে বাগৰি
পৰিলি ভাগৰি
ভাবেনো অই ৰাগীত ।

কোন নিজানতে তই
থাকোতে উমলি অই
তোক কোনে দিলে হিয়া
হেৰ বলিয়া
পালি বা নাপালি চিত ।

॥ ১৩ ॥

পৰ্বতৰ জুৰিটি গাইছে বাগৰি
সমকি সমাকি বৈ
মনতে কথাটি কৈ থৈ আহিছে
শিলনি বুকুতে ঐ ।

ভৈয়ামৰ লুইতে সাদৰি মাতিলে
'আহা মোৰ জুৰিটি ঐ—
যাওঁ মিলি-জুলি ৰঙতে উমলি
সুখ সাগৰলৈ বৈ ।'

সিপাৰৰ বকুত উঠেগৈ ইপাৰৰ
বিৰহৰ বিননি ঐ
মাৰ গ'ল বেলিটি পছিমৰ বুকুত
ৰঙাকৈ জেউতি থৈ ।

॥ ১৪ ॥

পৰ্বতৰ বুকুতে অ'
কেনৈ ফুলিলি
মোৰ মন মুহিলি
খোপাকৈ পাতৰে
ফুল নাহৰবে
ওখকৈ গছৰে ঐ ।

গোন্ধে ফুল নাহৰৰ অ'
কেনৈ আনিলি
বতাহী বাউলী
মোৰ মন অলিয়া
মোৰ মন বলিয়া
কৰি কন্দুৱাবলৈ ।

তাতে বনৰজা অ'
কেনৈ বাহে ল'লি
আঁতৰি নগ'লি
হৈয়ামৰ ওপজা
মোৰেনো কলিজা
কামুৰি খাবলৈ তই ।

॥ ১৫ ॥

অ' কেতেকী উৰি উৰি তই
কাকনো মাতি ফুৰ বিচিয়াই
এনে কি কাৰ পৰশ পালি
কান্দ যে তই হিয়া ভুকুৱাই ।
কি ছবি আঁকিলি কোন নিজানত
তাৰে স্মৃতি লৈ ফুৰ বিজ্ঞানত
কোনেনো তোক অ' কেতেকী
আহো বুলি কৈ গ'ল নিচুকাই ।

অ' বিহঙ্গী বিৰহী কেতেকী
কাকনো মাত বৈ বৈ থাকি
কিয় দিলি মোক দূৰ-সুদূৰৰ
সেই নিঠুৰৰ স্মৃতি সোঁৱৰায় ।

॥ ১৬ ॥

বতাহে সাৰি দি যায় অ' মইনা
কোঁৱৰৰ ওমলা বাট,
ৰ'দৰ জিলিকনি থাকে ঝিলেমিলাই
ৰূপহী কুঁৱৰীৰ গাত ।
কোনে কি বুলিলে ৰূপহ কোঁৱৰক
কৰিব নোৱাৰি শাঁত,
চাংমাই-শালতে মোলান পৰি যায়
ৰূপহী কাঁহীৰে ভাত ।

উৰে জাকি মাৰি বগলী পখিলী
ৰিৰ্ ৰিৰ্ সুৰতি বা-ত,
ওলোৱা এবেলি অ' মোৰ মইনা
উভলি আহো গৈ ভাত ।

॥ ১৭ ॥

শাঁত মইনা পৰে হিয়া
বিৰি বিৰি সুৰভি বা-ত,
পাত মইনা নাচে অই
বিহুৰেণো বিৰিনাৰ পাত ।

ঘাট মইনা লুইতৰ
ৰূপহীনো বালিৰে ঘাট,
গাত মইনা ঢউৰ ঐ
ৰঙৰেনো সীমা নাই গাত ।

মাত মইনা মিঠা মিঠা
বিলুহুতী চৰাইৰে মাত
বাট মইনা [illegible]
গোহাঁৰেনো সৰুবাৰ বাট ।

ছাঁত মইনা বলিয়াৰ
নগৰে [illegible]
গাত কিয় ঘনে পতি
জ্বলা জুই জ্বলে ঐ গাত ।

॥ ১৮ ॥

মোৰে মইনা কুমলীয়া ফুল
        মোৰে মইনা কুমলীয়া
কোনেনো ফুল কন্দুৱাই
কোনেনো ফুল বান্ধি কিলাই
        কাৰেনো ঐ জগৰীয়া ?

মোৰে মইনা খিলা খেলি
থাকে বাটত উমলি
        কোনে মাৰ চকুত ধূলি
        নেজান ৰাজকোঁৱৰ বুলি
        কোনে হেৰ লগৰীয়া ?

            মোৰে মইনা ফুলকোঁৱৰ
            খাই মাকৰ আদৰৰ
                বান্দীয়েনো পানী আনি
                গা ধুৱাই তেল সানি
                পিন্ধাই দিয়ে চুৰিয়া ।

॥ ১৯ ॥

সোণৰ ফুলে কটা কাঁহী অ' মইনা
        ৰূপৰ ফুলে কটা বাটি
তাতেনো কোঁৱৰে খায় ভাতে-মাছে
        নিতৌ বোহে-ঠেহে পাতি (অ' মইনা)

কি ফুল ফুলিলে কোঁৱৰৰ ফুলনিত
        গোন্ধে মলেমলাই ৰাতি—
লৈ যায় কোঁৱৰক ফুল-কুঁৱৰীয়ে
        হাঁহি হাঁহি ভালে মাতি (অ' মইনা)

কোঁৱৰৰ তকুলা হাতী অ' মইনা
        উঠি ফুৰে দিনে ৰাতি—
দূৰতে দেখিলে আঁতৰি পলাবা
        নিৰ কাণে-মূৰে কাটি (অ' মইনা)

॥ ২০ ॥

ক'তে হেৰুৱালো তোক সোণৰ সোলেং ঐ—
অ' মোৰ সোণৰ সোলেং ঐ,
ডিঙিতে তোক নাপালো
পিন্ধিবলৈ মই
অ' মোৰ সোণৰ সোলেং ঐ।

তোকেনো মই ক'তে পাওঁ
বতাহতে উৰি যাওঁ
ক'তেনো তই জিলিকি
পৰি আছ গই—
অ' মোৰ সোণৰ সোলেং ঐ।

ক'তেনো তোক পামে মই
সোণৰে মোৰ সোলেং ঐ
মোকেনো তই ইঁহুৱাই
মোকেনো তই কন্দুৱাই
ক'লৈ গলি থই—
অ' মোৰ সোণৰ সোলেং ঐ।

॥ ২১ ॥

কুলু কুলু কুলু তোৰ সুৰ-নিজৰা
কি যে অই সুমধুৰ
তা' ভৈয়ামৰে নই
নহবি বলিয়া তুই
তোৰ, নিজৰা নিজৰি
আহিব বাগৰি
কৰিব হিয়া ঐ জুৰ।
তই, নাথাকিবি চাই
হেৰ লাজুকী জোনাই
লাগে যদি ভাল তোৰ
কুলু কুলু মিঠা সুৰ
সুৰৰ সুৰতে
নিজৰাৰ বুকুতে—
তয়ো উটি-বুৰি ফুৰ।

॥ ২২ ॥

কোনে ফুল মাৰে দলি কুঁৱৰীৰ গাত
কোনে ফুল মাৰে দলি—
পাতৰে আঁৰত লুকাই কুলিটিয়ে
মাতিলে কুউকৈ বুলি
কুঁৱৰীৰ গাত কোনে ফুল মাৰে দলি।
নাচনী পৱনে নচুৱালে আহি
মূৰৰ খোপাটি খুলি
সপোনৰে সখা পালে যেনে দেখা
ধৰে ধৰে আঁকোৱালি
কুঁৱৰীৰ গাত কোনে ফুল মাৰে দলি।
কোনে ফুল দলি মাৰি কুঁৱৰীৰ
এমুৱা শতক হ'লি—
চকুতে সোমাল চকুলো বোৱাই
উৰি ফুল ৰেণু ধূলি
কুঁৱৰীৰ গাত কোনে ফুল মাৰে দলি।

॥ ২৩ ॥

অ' উদাসী ফাগুনী ভাই
    কিয় আহিলি বাউলী হই
কোন সুদূৰৰ ৰূপৰে হাটৰ
    কিনো বাতৰি আনিছ লই।
        কিয় নচুৱালি কুসুম আজলী
        বলিয়া ভোমোৰা আহিব বুলি
    হিয়াৰে থলিত মিচিকি হাঁহি
        কোনেনো বায় মুৰলী অই।
কিয় আহিলি বাসন্তী বুলি
    দূৰ-সুদূৰৰ ৰাগিণী তুলি
আজিও বাজে হিয়াৰ বীণাটি
    হেৰুৱা মোৰ সুৰকে লই।

॥ ২৪ ॥

ক'লৈ গ'লি মইনা উৰি
কিয়নো মোৰ হিয়া সজা
    গ'লি শুদা কৰি (অ' মইনা)।
কিয় গ'লি ছিঙি মইনা
    চেনেহৰে জৰি
ৰাখোঁ বুলি ৰাখিব তোক
    নোৱাৰিলো ধৰি (অ' মইনা)।
    কিনো যে তোৰ অমাতৰ মাত
        শুনো হিয়া ভৰি,
    চাই থাকিলে চকুলৈ তোৰ
        নিয় যে মন হৰি (অ' মইনা)
ডিঙিতে তোৰ গজ-মুকুতা
    ঠেঙতে জিঞ্জিৰি
হাঁহি হাঁহি উৰি গ'লি
    নাহিলি যে ঘূৰি (অ' মইনা)।

॥ ২৫ ॥

অ' ফুল যূতি মালতী
কিয়, পাহি মেলি দিলি পৱনে চুমিব
গোন্ধবে সঁফুৰা কলিটি ।

(মোক) কৰি কোনে মোহৰ শ্ৰান্তি
দেখুৱাই ৰূপৰে কান্তি
মিচিকি হাঁহিলে অ'
খোপাতে পিন্ধিলে অ'
গুঁথি ফুল তোৰে চাকিটি
অ' ফুল যূতি মালতী ।

তই পাহি নসৰাবি অ'
হেৰ ৰেণু মুকৱাবি অ'
থাকক ৰূপকোঁৱৰৰে লৈ
বুকুতে চৰণ সাবটি
নাহিবি পচোৱা বা ছাটি ।

॥ ২৬ ॥

আৰু নিবিনাবি বাঁশে লৈ বলিয়া
জুৰিদে শেষৰে সুৰ ।
বতাহত নাচিলে শুকান সৰাপাতে
এৰি থৈ গছৰে গোৰ
জুৰিছে শেষৰে সুৰ ।
কুলিটিৰ হেঁপাহৰ আমৰে ডালত
কেঁচায়ে কৰিলে পূৰ,
কি সুৰ তুলিলে হুচকুত আনিলে
নভগা টোপনি ঘোৰ
জুৰিদে শেষৰে সুৰ ।
ফুলৰে ডালত ফুলো নাইকিয়া
হ'ল জহি-সৰি ওৰ
আছে ডালে ভৰি কাউৰ শগুণ পৰি
চাই অ' মুখলৈ তোৰ
জুৰিছে শেষৰে সুৰ ।

# দেশপ্ৰেমমূলক

॥ ১ ॥

ডিঙি-কাণ তোৰ শুদা কৰি আই
নিলে কোনে সোলোকাই
তোৰে বৰেঘৰত বৰে দাবি দি
কোনে কাঁহী ভৰি খায়।

নিশাৰ কোলাত থাকোতে শুই
কোনেনো লগালে পথাৰত জুই
(আজি) আছে উদং হৈ সোণালী ভঁৰাল
নাই যে লখিমী আই।

তোৰে পো-জীক কোনেনো আই
বাখে দিনে ৰাতি বন্ধা বনে বায়,
(আই) তোৰে বিননিত পৰ্বত ভৈয়ামে
কান্দে হিয়া ভুকুৱাই।

॥ ২ ॥

আই, তোৰ পূজালৈ বাখিছো হিয়া
কৰি শোণিতেৰে পূৰ,
লাগে যদি আজ জীৱন আহুতি
দিম হাঁহি মুখে মোৰ।
নহওঁ পূজাৰী পূজা সাজ পিন্ধি
নাজানিলো মন্ত্ৰ তোৰ
নিনিয়াওঁ বৃথা মন্দিৰ মজিয়া
কান্দি চকুলোৰে বুৰ।
নাগাওঁ তোমাৰ সপোন সথীটি
মধু মিলনৰ সুৰ,
নহ'লে আইৰ পূজা আগভাগ
নলওঁ হিয়ালৈ মোৰ।

॥ ৩ ॥

দেশৰো লখিমী ঘৰৰো লখিমী
কোনে কয় 'লক্ষ্মী' নাই
ভাষা-ভঁৰালতে চাবি অ' এবেলি
পাবি হাঁহি থকা চায়।
ধৰ্মৰ থানতে ভাওনা-সবাহে
নানা গীতে-ৰাগে গাই,
সমাজৰে পৰা বৰে মানে পালে
সবাকো চেৰে পেলাই।
ভাষা-ভঁৰালতে থৈ গ'ল ভৰায়ে
অমিয়া ৰসে বোৱাই,
কদমৰ ডালতে 'বাহী'টি বজালে
হিয়া যমুনা চোৱাই।
চাই লৈ 'অ মোৰ আপোনাৰ দেশ'
দুটি নয়নে জপাই
গ'ল গৈ পূজাৰী ভাষা সেৱা কৰি
সৰগৰ বাৰ্তা পায়।

( সাহিত্য-সম্ৰাট লক্ষ্মীনাথ বেজবৰুৱাদেৱৰ স্বৰ্গ-প্ৰাপ্তিত )

॥ ৪ ॥

অ' আই, বেলিয়ে কৰি হাত যোৰ
তোৰে পূব শিতানত শলিতা লগাই
পছিমত লয়গৈ জুৰ।

প্ৰকৃতিয়ে দিয়ে খোপাতে পিন্ধাই
ফুল শ্যামলী বুকুৰ,
মলয়াই বিচে উত্তৰে দক্ষিণে
সুশীতল বা মধুৰ।

সন্ধিয়াই পূজে তৰা দীপ জ্বালি
তুলি আৰতিৰ সুৰ—
তটিনীৰ বুকুত নাচে জোনেবাই
ৰঙতে হই বিভোৰ।

নালাগে পেলাব অ' আই লখিমী
চৰণ ধ্বনি নূপুৰ—
ধুই চকুলোৰে থাকো সেৱা কৰি
তুলি লৈ শিৰত মোৰ।

# আধুনিক

॥ ১ ॥

মোৰ ঘুমটি ভাঙেছি কাৰ
কণু-জুণু কণু-জুণু নূপুৰে,
হৃদি-নন্দন মুঞ্জৰে
গুণ গুণ সুৰে অলি গুঞ্জৰে।

তাৰ তালে তালে উঠে ফুটি
বিশ্ব-আলোক ৰূপ-জ্যোতি
তাৰ, সুৰে সুৰে কত যুগ-যুগান্তৰে
অখিল অৱনী ঘূৰে—
কণু-জুণু নূপুৰে।

॥ ২ ॥

কিয় নিৰৱ হিয়াৰ
মোৰ নিৰৱ হিয়াৰ
বিচাৰি আহে কোন বীণ জোঁকাৰি
প্ৰেমৰ সম্ভাৰ।
কিয়নো আহিলা তুমি
অতিথি পুৰাৰ
মোৰ, ছিগিছে বীণৰ তাঁৰ
বাজোতে এবাৰ—
কিনো দি তুষিম, চকুলো টুপি
নিয়া উপহাৰ।

॥ ৩ ॥

থাকে, আজলী তাইৰ বিজুলী
চকুত উমলি
হাঁহে, মিচিকি মনৰ কাৰ
বাসনা তুলি।

কাৰ হিয়া-সাগৰত তাই
ৰূপৰ ঐ'টো তুলি যায়,
চিকিমিকি ঝিকিমিকি
তাইৰ খাপাতে চুলি

কিনো যে তাইৰ যাতু জানে
আজলী সেই ছুটি নয়নে
কাৰ, বন্দী হ'ল মন-হৰিণ তাই
নিদলে [illegible]।

॥ ৪ ॥

কিয় আকউ আহলে কুলি
আকউ [illegible] [illegible] হাঁহি।
ললিত লহৰী তুলি।

আকউ সৰালে আনন্দ [illegible]
গোন্ধেৰে মলাই গছৰ তল
ঘুমটি ভাঙিলে ফুল-কুঁৱৰীৰ
আহি পৰাণৰ আলি।

কিয় সোঁৱৰাই দিলে স্মৃতি
সি যে অতীত মধুৰ গীতি
নাবাজিলে আৰু বীণ সুমধুৰ
বাজি মাথোন এবেলি।

॥ ৫ ॥

ৰামধনু গাজি লই আকাশী জীয়ৰী তই
ৰূপৰ থানেৰে কিয় মাৰ বিজুলী,
সোণৰ সৰুবা কলি কিয় তই দেখুৱালি
(তোৰ) আঁচলতে তৰা-ফুল থাকে উমলি

আকাশৰ নিজৰাত হাঁহি হাঁহি মুখ চাই
কপালত কিয় তই ফোট পিন্ধিলি—
মূৰৰ খোপাটি খুলি চিকিমিকি চুলি মেলি
গুপুতে বাসনা কাৰ জগালি চুলি।

কিনো ভঙ্গীমাৰে তই ৰূপৰ গৰিমা লই
আকাশত ইন্দ্ৰজাল কিয় পাতিলি
ৰেঙুৰা ৰূপক লই নিবিড় ভাষাৰে অই
নাচি যা হিয়াত মোৰ এবেলি।

॥ ৬ ॥

আহো বলি সখা কিয়নো নাহিলা
আছিলোঁ পদূলিমুখলৈ চাই—
পিন্ধাম বলি মই গাঁথিছিলো মালা
শাঁতে মৰহি গ'ল শুকাই।

তুমি মোৰ হৃদয়
আকাশী তৰা
তুমি [illegible]
এন্ধাৰ ধৰা
বতাহৰ আগতে বাতৰি পঠাবা
[illegible]তে থাকা মোৰ সাধৰী সোণাই।

॥ ৭ ॥

তুমি, কোন বসন্তৰ প্ৰথম পুৱা
বলিছিল ধীৰে দখিণ মলয়া
গাইছিলে গান পিয়া পাপিয়া
যাচিছিলো আহি জীৱন-অমিয়া
অ' মোৰ কোন জনমৰ সখিয়া

দেখিছিলো জিলিমিলি দুগালে তোমাৰ
গোলাপী সৌন্দৰ্যৰাণী জেউতি উষাৰ
কিনো লহলাসে মোৰ মৰু হিয়াৰ
ফুলিছিলা ফুল তুমি মধু বাসনাৰ

বিয়পাই তাৰ গন্ধ সুধাৰ
কৰিছিলা প্ৰাণ মতলীয়া
অজানিতে গ'লে কোনে সেই
ছিঙি ফুল আলসুৱা।

॥ ৮ ॥

আহে সপোনপুৰীৰ ৰাজকুমাৰী
জোনৰ কিৰণ ঢালি,
থাকে মলয়া তাইৰ আঁচলত
ৰঙতে উমলি।

তাইৰ ৰূপৰ কিৰণ জিলিমিলি
ৰূপ দীপালী—
লৈ যায় পৰাণক মোৰ হাত বুলাই
হিয়াৰ দুৱাৰ মেলি।

॥ ৯ ॥

আজি বসন্ত ধৰাৰ দুৱাৰ মেলি
আহিলে আহিলে আহিলে
বীণ-বৰাগী তোৰ বীণত ঐ কি সুৰ
বাজিলে বাজিলে বাজিলে।

বিহগীৰ মধু গানে
কি সুধা প্ৰাণে প্ৰাণে
ঢালিলে ঢালিলে ঢালিলে—

ফুলে ফুলে সমীৰণে
হাঁহি হাঁহি ৰং মনে
নাচিলে নাচিলে নাচিলে।

মদনৰ ফুল-বাণে
হিয়াত ঐ ঘনে ঘনে
হানিলে হানিলে হানিলে—

সপোনত দেখা দি
সপোনৰ সখাটি
(কিয়) নাহিলে নাহিলে নাহিলে।

॥ ১০ ॥

ক'বেনো তই মালিনী ঐ
ছিঙিলি মোৰ ফুলনিৰ ফুল
মাতি নিলি মন-মৃগ মোৰ
কৰি কিয় বিয়াকুল।

অ' মালিনী কাৰনো তই
মালা গাঁথি পিন্ধাবি অই
প্ৰতিদান দিলি কি মোক
সেই যে মোৰ ফুলনিৰ ফুল।

কিযনো তই আহিছিলি
অ' মালিনী অ' মালিনী
কিযনো মোৰ ফুলনিত
লগাই গ'লি কি অগনি
পুৰি যে তই কৰিলি ছাই
কৰিলি যে তই মহাভুল।

॥ ১১ ॥

কোন বাংঢালী তাই ৰূপহী ঐ হাঁহি হাঁহি যায়—
সি, কোন বলিয়া সপোনপুৰীৰ ছবি আঁকে হায়।

তাই কোন ব্যথিতৰ বুকুৰ মাজৰ ব্যথা উতলায়,
তাইৰ দুগালে দিয়ে ঐ ৰ'দে জেউতি চৰায়।

কাৰ বনত থাকে মন-মৃগ তথা লাগি চায়,
কিয় ৰূপহী গাৰ বা বলাই তাই মাতি লৈ যায়।

তই অ' বলিয়া বহি থাক অ' বাঁশখনি বায়—
এই বাটেদি হাঁহি হাঁহি তাই আহিব দুলাই।

॥ ১২ ॥

বলিয়া কৰি দিলি ঐ ফাগুনী
ৰূপৰে হাটৰ বাতৰি আনি—
কিয় আহিলি বলিয়া বৰাগী
জুৰিদে বীণত প্ৰেমৰে ৰাগিণী।

তই পিন্ধিল আজি ফুলৰে মালা
গুচিব হিয়াৰ সকলো জ্বালা
বা অ' বীণত প্ৰেমৰে ৰাগিণী
নালাগে শুনাব ব্যথাৰ বিননি।

আছেনে জগত তোৰ অ' বৰাগী
পুলক জগা সেই মদিৰা ৰাগী
পিল আজি ৰূপৰ হাটলৈ
প্ৰেমৰে দোলাত দি যাওঁ দোলনি।

॥ ১৩ ॥

দেখিছিলোঁ তোমাক সখীয়া
মধু বসন্তৰ দুপৰীয়া,
পানী লৈ আহোতে পথাৰৰ বাটে
ৰ'দত ঘমা দুগাল হেঙুলীয়া।

কপালৰ আগতে আছিলে দুলি
সৰুকৈ ডুডালি কেঁকুৰি চুলি
ছুল চাই পৰনে উৰুৱাই দিয়া
বুকুৰ কাচলি সেই লাজুকীয়া

আছিলে আমৰ ডালতে কুলিটি
সোঁৱৰাই তোলা অতীতৰ স্মৃতি
মুৰত সৰি যোৱা আমৰ মলে
গোন্ধত কৰা পৰাণ মতলীয়া।

॥ ১৪ ॥

আজি বসন্ত-অতিথি সখী
আছোহি তোমাৰ দুৱাৰত বৈ।
দিয়া সাদৰেৰে আনি প্ৰেমাসন
দুহাতে ৰূপৰ সম্ভাৰ লই—
আছোহি তোমাৰ দুৱাৰত বৈ।

ফুলে ফুলে দিলে পৱনে দোল
আকাশে বোলালে গোলাপী বোল

আহে প্ৰজাপতি নাচি-বাগি আজি
মধু-মিলনৰ বাতৰি লই—
আছোহি তোমাৰ দুৱাৰত বৈ।

ৰূপ-কুঁৱৰীয়ে ৰূপৰ পোহাৰ
মেলি দিলে আহি বিশ্বশোভাৰ
বীণত বজালে বীণ-বৰাগীয়ে
কপটী প্ৰিয়াৰ গীতটি অহ
আছোহি তোমাৰ দুৱাৰত বৈ।

॥ ১৫ ॥

কোনে বজায় ব্যথাৰ বীণ
বুকুৰে মাজত সাৰটি লই—
কোনে বুলিলে, বিৰহী বন্ধু
শুনিযে ব্যথা পাবি অ' তই।

কোনেনো তোমাক দিলে ঐ ব্যথা
কাৰে পাতিছিলা হেঁপাহাৰ কথা।

কোন শৰতৰ জোনালী নিশা
হেৰুৱালো বন্ধু তোমাৰ মই।

নহয় যে তোমাৰ বিৰহী প্ৰিয়া
কান্দিছে কান্দক ভাগি য'ক হিয়া
অ' মোৰ অচিন সুদূৰ বন্ধু
নালাগে তোমাৰ দিব পৰিচয়।

॥ ১৬ ॥

কুলি মাত কিয় বাৰে বাৰে—
বিষ কৰিলি বাউলী
(তোৰ) সুমধুৰ গীতৰ সুৰে।

তই যা গৈ উৰি
যা গৈ আঁতৰি
স্মৃতি নজগাবি
অতীত মাধুৰী—
তই নিদিবি নিঠুৰৰ
আঁকি ছবি চকুলোৰে।

॥ ১৭ ॥

বুলালি কোনেনো ঐ বীণৰে তাঁৰত
চম্পাৰ আঙুলি,
যদি তই, বুলালি, ঐ ব্যথাৰে সুৰ
কেনৈ তুলিলি।

মলয়া, কোন সাগৰৰ পাৰতে তই
থাক উমলি,
সুৰভি, কোন নন্দনৰ বা তোৰ বিৰ-বিৰ-
কেনৈ বলালি।

লাজুকী অ' জোনবাই মেঘৰ আঁৰত
কেনৈ লুকালি,
ৰূপালী, জেউতি তোৰ অ' মিচিকি হাঁহি
কাকনো বিলালি।

॥ ১৮ ॥

মোৰ, বাজো নাবাজোতে
নজনা সুৰতে
কোনেনো আঁজুৰি
ছিঙিলি বীণৰে তাঁৰ ।

মোৰ, ফুলো নুফুলোতে
মৰহি শুকালে
চম্পাৰ কলিটি
কঠিন পৰশে কাৰ ।

মোৰ, কোনে দিয়ে গ'লি আঘাত অ'
হিয়াৰে মাজৰ কলিজাত অ'
মোৰ কান্দো নাকান্দোতে
কিয় ছুচকুতে
কোনেনো শোকৰে
বোৱালি লুইতৰ ধাৰ ।

॥ ১৯ ॥

কোন অতীতৰ স্মৃতি মোৰ জাগেহি প্ৰাণত—
সেই যে লাজুকী প্ৰিয়া
প্ৰতিদান হিয়া দিয়া
কোন সি বিজন গুহাৰ মাজত ।
কোন সেই হৰিণী মনোহাৰিণী
কিনো যে চাৱনি মৃদু নয়নী
আছিলে কি ভাবি নিৰৱে থিয়াই
সেই জুৰিটিৰ নিজান পাৰত ।
কোন সি বসন্তৰ মৃদু সমীৰণ
বলিছিল ধীৰে শীতলাই মন
মোৰ, কেনি গ'ল সুৰ উটি ভাহি
কোন সি মিলন মধুৰ গানত ।

॥ ২০ ॥

পৰাণে হিয়াৰ নিদিয়ে দুৱাৰ
মেলি বিদায়ৰ বেলি,
দিয়ে কত যাচি, হিয়াভৰা প্ৰীতি
স্মৃতি চেনেহ বুলি
গীত বিৰহ তুলি

দিয়ে চকুলোৱে গাঁথি
মুকুতাৰ হাৰ
সি যে কিনো বেদনাৰ
স্মৃতি-উপহাৰ

দিয়ে গানে গানে
আজি প্ৰাণে প্ৰাণে
অতীত মাধুৰী তুলি
বিৰহে বিষাদ ঢালি।

॥ ২১ ॥

ঘামি-জামি সূকযে গোলাপী বোলেৰে
দি গ'ল চুমাটি নীল তটিনীক
দুগালে ৰাঙে চৰায়।

গুৰঁৰে বলিছে সান্ধ্য-সমীৰণ
লাজুকী সখীয়া ভাবতে মগন
আহিবি ঐ সখিয়া
চিকুণে কলীয়া
মোহন মুৰলী বজায়।

॥ ২১ ॥

মুলুকাৰি মেঘৰ আঁৰত
শাৰদী জোনাই
আহিব মোৰ দূৰ-প্ৰৱাসৰ
সাদৰী সোণাই।

শাৰদী যামিনী তই
মুপুৰাবি আজি অই
পৰাণ-ভৰা পিপাসা মোৰ
পলোৱা যে নাই।

॥ ২৩ ॥

হেৰ নিজান বনৰে বকুল
ফুলিছিলি তই
গন্ধ বিযপাই
পৰাণ কৰি আকুল।

তোৰে এছাটি সুৰভি বা
কৰিছিলে শাঁত গা
তুৰবি বনেৰে বুতলি
গাঁথিছিলো মালা উমলি
তোৰে তলে-সৰা ফুল।

সেই ডালতে ফুলিয়ে তোৰ
গাইছিল মিলনৰ সুৰ ;
তই জান নেকি হেৰ বকুল
কেনি গ'ল প্ৰিয় কৰি পথ ভুল।

॥ ২৪ ॥

পূবৰে আকাশখনি
কোনে কৰে সেন্দুৰীয়া
হাঁহিলে উষায়ে সউ
পিন্ধি সাজ হেঙুলীয়া ।

চৰায়ে জুৰিলে গীতি
সুৰ কণ্ঠ সুৱদীয়া
বতাহে ফুলালে নাচি
ফুলবে পাহি ধুনীয়া ।

॥ ২৫ ॥

নভুলিবি মন ভুল কৰি তই
ভুল বুজে তাই ৰূপহী নিঠুৰ
ৰম্ভা যে তাই স্বৰ্গ-সুন্দৰ
কৰে দেৱতাৰ, কামনা পূৰ ।

নয়নৰ যদি পৰে দৃষ্টি তোৰ
পাৰ যদি হবি চিৰঅন্ধ ঘোৰ
নিদিবি হিয়াৰ মেলি ৰুদ্ধ দ্বাৰ
তোলে যদি কিবা পৰাণত সুৰ ।

হাঁহে যদি তাই মিচিকি মধুৰ
কামধনু লই পৰাণত তোৰ
বুকত বান্ধিবি অগ্নি-চক্ৰ
মাৰে যদি বাণ ভয় নাই তোৰ ।

॥ ২৬ ॥

নাহিল ঐ মোৰ সখাটি ফুলৰ ৰাতি বাঁহাটি বজাই
বান্ধিলে প্ৰেম-ডোলেৰে মন ভুলালে কোন ৰূপহী তাই।
নাহিবি মোৰ ফুলনি বুলিয়া হুই ক'ৰ ভোমোৰা তই—
আহিব মোৰ ভোমোৰা প্ৰাণ জুৰোৱা মোৰে গীতটি গাই।

দিবিগৈ নাৰ বাতৰি মোৰ সখাটিক জুৰ বতাহী তই—
আজিও সেই অধৰৰ শেষ চুমাটি নিতে কন্দুৱাই

যিদিনা ভাঙিব তোৰ ৰূপৰ সপোন এবাৰ সাৰে পাই—
সিদিনা কান্দিবি তই নেদেখি মোক চকুলো বোৱাই।

॥ ২৭ ॥

বিধ নাহিলে আজি বাউলী ফাগুনী,
পৰাণ উতলা কৰি দিলি কি জাননী;
ছিগিছে বীণৰ তাঁৰ
কঠিন পৰশে যাৰ,
কিয় দিলিহি মোৰ ফুলনিত দোলনি।
লই যা মোৰ বাতৰি
বুকুতে তই সাদৰী
দিবিগৈ নিঠুৰক লগাই তোৰ অগনি।

॥ ২৮ ॥

কোনে বাঁহীটি বজাই সন্ধিয়া,
মন-প্ৰাণ হৰি নিলে কিনো যে অমিয়া।

নাযাবা সখীটি ঐ
নাযাবা যমুনালৈ
বাঁহীৰ সুৰত সখী টো যে লিয়া।

কোনেনো বজালে বাঁহী
চকুলো মোৰ আছে ভাহি;
আৰু ঐ সুতুলিবা সুৰে সুৰদীয়া
আৰু মোৰ নকৰিবা প্ৰাণ মতলীয়া।

॥ ২৯ ॥

কাহানি হৰি তই ওৰ
মনৰে ভাৱনা মোৰ
বুকুৰ প্ৰিয়াই বুকুতে কান্দিব
বুকু ঐ কৰিব জুৰ।
কাহানি শুনাবি অ' মন বীণাটি
শেষৰে ৰাগিণী তোৰ;
কাহানি ওলাবি চকুলো তুধাবি
তুগালে বাগৰি মোৰ।
কাহানি হাঁহিবি প্ৰাণৰে শতুক
কান্দিবি বান্ধ অ' মোৰ
কাহানি চাপিবি সিপাৰৰে ঐ
জীৱন-সন্ধিয়া ভুৰ।

॥ ৩০ ॥

ঝিৰ ঝিৰ ঝিৰ বসন্তৰ মলয়া বা-ই
পৰাণ কৰিলে শাঁত
ঢালি দি সুবাস গাত
অতীতৰ কত স্মৃতি দিয়ে সোঁৱৰায়।
কত নিশা সপোনত
জাগে হিয়া দাপোণত
মোহন মূৰতি কাৰ বাঁহীটি বজাই
আহে বাঁহীটি বজাই।
বুকুৰ আঁচলখনি
সঘনে যায় টানি
মদনৰ ফুল-বাণ
গোপনে হানি
বাজে কাৰ ৰিণি-জিনি
চৰণ নূপুৰ ধ্বনি
আহে যেন সপোনৰ ৰূপ দেখুৱাই।

॥ ৩১ ॥

কোনে উজলাই দিশা আহে আজি শাৰদী নিশা
জ্বলে সিক্ত শেৱালিৰ ৰিক্ত হিয়াত ৰূপৰ শিখা
মোৰ হৃদয়-কানন আকুল ব্যাকুল
তুমি কিয় প্ৰিয় কৰি পথ ভুল
আহিলা যে মোৰ বিচাৰি ৰূপৰ
মৰম ভিক্ষা (শাৰদী নিশা।)
কোনে বজাই বীণা আজি মোহন বেণু
বিয়পাই ধৰা কুঞ্জত হিয়াৰ সুৰভি ৰেণু
হে প্ৰিয় পথিক আকুল
লৈ যোৱা মোৰ শৰতৰ ফুল
আজি হিয়াত আছে মোৰ হিয়া ভৰা
কত কি আশা (শাৰদী নিশা)।

॥ ৩২ ॥

তুমিয়ে গোৱালা প্ৰিয়া গান
তুমিয়ে শিকালা প্ৰিয়া
কৰি মোক মতলীয়া
ব্যথা ভৰা যত পৰাণৰ তান।
তুমিয়ে দেখুৱাই মধুৰ সপোন
হৈ চিৰ-পৰিচিতা, চিৰ-আপোন
গ'লা কিয় পাহৰি
তুমি প্ৰেম-লহৰী
হৃদয় যমুনা বোৱাই উজান।
মোক তুমিয়ে বোৱালা যত
বেদনাৰ ভাৰ
যাচি শত বাসনাৰ
মধু উপহাৰ
আৰ তো নোৱাৰো মোক গোৱাৰ গান
হ'লে মোৰ জীৱনৰ চিৰ-অৱসান।

॥ ৩৩ ॥

তই কোন ৰূপহী ঐ
তোৰ গাৰ বতাহে উৰুৱাই নিলে
মোৰ নাৱৰে চৈ।
ভাঙিলে মোৰ নাৱৰে বাৰ
তোৰ ৰূপৰ ঢৌৱে ঐ
কোন গাঁৱৰে ৰূপহী তই
কিয় নগ'লিনো কৈ।
শুনি যা মোৰ ব্যথাৰ গীত
অ' ৰূপহী তই—
তোৰ ঘাটতে চিনাচিনি
হৈ যাওঁ মই বৈ।
আৰু এবাৰ আহিবি তই
কাষত কলহ লৈ
কিয় ৰূপৰ শিকলিৰে মোক
বান্ধি গ'লি থই।

॥ ৩৪ ॥

কিয় মাধৱী লতা আজি হালে-জালে
নাচে মলয়া আহি পাতে পাতে, ফুলে ফুলে
আজি হালেজালে।
পিউ পিয়া পিয়া কিয় গাই পাপিয়া
শুনি বিৰহী প্ৰিয়া কান্দি ভাঙে যে হিয়া
কাৰ মধুৰ মিলন মধুৰ গানে, তালে তালে
আজি হালেজালে।
কিয় বাসন্তী ফুলি
আহে কুউ কুউ বুলি
মোৰ কোন অতীতৰ ৰাগিণী তুলি—
হিয়া ভৰা বিষাদ ঢালে
আজি হালে-জালে।

॥ ৩৫ ॥

কিয় উকৰাই গ'লি
বুকুৰ কাচলি
হেৰ নিলাজী পৱন,
কোন বিৰহ-বধূৰ
ছবিটি মধুৰ
আছিলে কৰি তপন।
লাজুকী হিয়াত দিলি কি আনি
দুগাল বোৱাই চকুৰ পানী
কৰি বধূ বিৰহৰ
মধু মিলনৰ
মন-প্ৰাণ উচাটন।
চকুত আছিলে আকুল চাহনি
দুগালে সুৰদি সুষমা সানি
মোৰে পৰাণৰ
দাপোণখনিত
কোন সি তাহানিখন ?

॥ ৩৬ ॥

হৃদয় বাঁশীটি নাবাজে মোৰ
আৰু ঐ নাহিবি নিঠুৰ
তোৰ আৰু নবজাবি মোহন মুৰলী
আৰু নুতুলিবি সুৰ ।

নালাগে চাঁহিব লাজুকী জোনাই
মেঘৰ আঁৰে আঁৰে লুকাই
তোৰ নালাগে বিলাব হিৰণ কিৰণ
মৰমতে আৰু মোৰ ।

আৰু নবলিবি তই
নিশাৰে মলয়া অই
মোৰ হিয়াৰ বেদনা বিৰহ-বেদনা
নালাগে বহিব মধুৰ
আৰু ঐ নাহিবি নিঠুৰ ।

॥ ৩৭ ॥

আহিছিলো মই তোকে ঐ বিচাৰি
অ' মোৰ প্ৰাণৰে নিৰাশা,
প্ৰাণতে থাকিবি নিৰাশাৰে ৰেখা
নালাগে পোহৰৰ দিশা ।

হেৰ বলিয়া ক'ৰে বা ছাটি
ক'লৈ নিয় মোৰ পৰাণক মাতি
নালাগে যাচিব বলিয়া কৰি
সুখৰ অমিয়া বৰষা ।

॥ ৩৮ ॥

লুইতৰ সিপাৰে বালি-চাপৰিতে
জ্বলিছে কাৰ ঐ চিতা,
কোন তাই ৰূপহী হাঁহি হাঁহি তোৰ
কলিজা কৰিলে তিতা অ' বলিয়া
জ্বলিছে কাৰ ঐ চিতা।

সেই চিতাজুয়ে পুৰিলে তোৰ অ'
ইপাৰৰে ভগা পজা,
কোন তাই ৰূপহী আহোঁতে যাওঁতে—
দিছিলে দুগালে চুমা অ' বলিয়া
জ্বলিছে কাৰ ঐ চিতা

কাষতে কলসী লৈ কোনে তোক
আগতে দিবহি দেখা,
কৈ গ'ল বতাহে কাণে কাণে তোৰ
শোকৰে ৰাগিনী গা অ' বলিয়া
জ্বলিছে কাৰ ঐ চিতা।

॥ ৩৯ ॥

ধুমুহাৰ আগতে অ' নাৱৰীয়া
নাও নেমেলিবি তোৰ
নাচি-বাগি সৌ পচোৱাৰে ঢৌ
(তোৰ) আগতে দিছেহি বুৰ।
কোন সুৱদিয়ে শিকালে তোক অ'
কিনো সুৱদীয়া সুৰ—
গ'ল নেকি তোক অকলে এৰি থৈ
(তোৰ) হিয়া নপৰিল জুৰ।

হ'ল যে সন্ধিয়া অ' নাৱৰীয়া
এন্ধাৰো আহিলে ঘোৰ
ইপাৰতে তই পৰি ৰ'লি অই
(তোৰ) ব্যথা নপৰিল ওৰ।

॥ ৪০ ॥

আহে ঝঙ্কাৰি বীণ কোন অতিথি
(মোৰ) মেলি হিয়াৰ
কুঞ্জ দুৱাৰ।
তাৰ সুৰৰ বাণী
উঠে পুলক জাগি
হিয়াই যাচে মোৰ
গন্ধ-সম্ভাৰ।
তাৰ মৰম জানো মোৰ হিয়া ভৰি
নিয়ে কি যে পৰশে পৰাণ হৰি
তাৰ সুৰৰ ধ্বনি
বাজে ঝিণি ঝিণি
মোৰ সেই যে অতিথি
প্ৰথম পুৱাৰ।

॥ ৪১ ॥

তুমি নিদিয়া যদিও কৰি অভিমান
এপাহি গন্ধ খোপাৰ ফুল
মোৰ নহ'বাগৈ স্মৃতি-শ্মশানত
যাচি ফুল কান্দি বিয়াকুল।
তাত পৱনে যাব সোঁৱৰাই
যা আঁচল তোমাৰ উৰুৱাই
মধু মিলন তোমাৰে দেখুৱাই
জ্বাতি, ভৰা যত তুমি ভুল।
তুমি কিয়নো পৰাণ মোৰ
কৰিলা গন্ধ মোহে আতুৰ
সৰি ফুল সেই শ্মশানত মোৰ
হ'ব ফুলনি গন্ধ-আকুল।

॥ ৪২ ॥

কোনে এৰি গ'ল ম' মুহাফিৰ
কপাৰে হাটত ৰলিয়া কৰি
কোনেনো পিয়াহে হাঁহি হাঁহি তোক
কপাৰে মদিৰা পিয়লা ভৰি।

তোৰ ভাবোতে শুপোতে হিয়া গ'ল ভাগি
চকুতে ব'ই গ'ল কপাৰে বাগী
হাটো যে ভাগিল সাঁজো লাগিল
যাবি কাৰ সঁতে নাই লগৰী।

॥ ৪৩ ॥

প্ৰিয়, বাজিবনে আৰু মোৰ
হেৰোৱা অতীতৰ সুৰ,
ভগা বীণাটিৰ ছিগা তাঁৰডালি
লাগিবনে পুনু যোৰ !

কুলি, কিয়নো শুনালি গান
অমিয়া মধুৰ তান
আহিবনে বুৰি অতীত মাধুৰী
কৰিবনে হিয়া জুৰ।

কিয় বাজিও নাবাজে মোৰ
সেই যে অমিয়া সুৰ
(মোক) কোনে যেন আহি কয় হাঁহি হাঁহি
শোকৰে ৰাগিণী জোৰ।

॥ ৪৪ ॥

গোপনে সখীৰ আঁচলখনিত
বঙতে পৱন উমলি আছে,
পুলক জগাই পলকে লুকাই
জুমি জুমি সখী বঙতে হাঁহে।
গন্ধ সুধাৰ মন্দ-মধুৰ
সখীৰ খোপাৰ ফুল
খোজত বাজে ৰূপৰ নূপুৰ
কাণত সোণৰ দুল
জোনৰ শীতল কিৰণ ঢালি
সপোনপুৰীৰ দুৱাৰ মেলি
দুনাই সখী আহেনে নাহে।

॥ ৪৫ ॥

কিয় ভাঙিলি ঘুমটি ফুলকুঁৱৰীৰ
ক'ৰ বলিয়া অলিকুল,
বতাহত পাহি মেলি নাচে অই হালি জালি
কৰি বিৰহত বিয়াকুল
এন্ধাৰত পাতিলি ঐ
কি খেলা লুকাই
জোনবায়ে হাঁহি হাঁহি
দিলে পোহৰাই—
নাপালিনে লাজ বাৰু কৰিলি কি ভুল
তই গুচি যা অ' কৰি তোৰ
মন অলি লই
লাজুকী তাই ফুলকুঁৱৰী
পৰিব যে জঁয়
তই নহবি অ' পথহাৰা ভাবতে বিভোল।

॥ ৪৬ ॥

নাও তোৰ সোণালী ব'ঠা তোৰ ৰূপালী
কৰে জিলিমিলি অই
গীত যে শুনালি সুৰবে সুৰদি
মনে মোৰ মুহিলি অই
ক'ৰে নাৱৰীয়া তই ।

দাঁতি-কাষৰীয়া বনে সেউজীয়া
ফুলে ৰঙেচুৰা অই
ছিডি দিওঁ এপাহি লৈ যা হাঁহি
গোদ্ধতে বলিয়া হই
কৰে নৱৰীয়া তই ।

পাল তৰি যা বুকুৰে মাজৰ
শুকুলা চেলেং অই
কেনেকৈ উজাবি ভৰ বাৰিষাৰ
ধাৰ যে নিছিগা নই
কৰে নাৱৰীয়া তই ।

॥ ৪৭ ॥

আছিলে মোৰ মন-পখিলী
মনত উমলি
পাতিলেছি ৰঙতে মোৰ
বনৰ পখিলী ।

তোৰ বিধতা কি আছিল মনত
জুৰাওতে ৰই ফুলৰ ডালত
চুমা দিওঁতে প্ৰথম গালত
ছবি কিনো আঁকি দিলি
চকুলোৰে কন্দুৱালী ।

॥ ৪৮ ॥

কিয়নো শুনালি গীত নাৰবীয়া
সুৰে সুৰদীয়া তই
কিয়নো আহিলি এৰি ঘৰে-বাৰী
বুকুতে বেজাৰ লই
সুৰে সুৰদীয়া তই ।

কাৰে পাতিছিলি কথা নাৰবীয়া
দিলে নেকি ব্যথা অই
কিয়নো নানিলি বুকুতে বান্ধি লৈ
কিয়নো আহিলি অই
সুৰে সুৰদীয়া তই ।

যা গই এতিয়া হ'ল যে সন্ধিয়া
ক'বে নাৰবীয়া তই,
ভটীয়াই আহোতে মোৰেনো ঘাটতে
খন্তেক যাবি অ' ৰই—
সুৰে সুৰদীয়া তই ।

॥ ৪৯ ॥

কি ৰং দি লুকালা সখী
হাঁহি মোৰ গালত ৰহি,
কিয় মুচিলে ৰং দিয়া যি মোৰ
ব্যথাৰ চকুলোৰে আহি ।

তুমি দিলা কিয় ছুৱালে ৰং
চাৰলৈ মোৰ ৰলিয়া চং
কিয় নিদিলা যি ৰং প্ৰাণত
চিৰদিন ধোৱা থকা ৰহি ।

|| ৫০ ||

ভাগিলে ভাগিলে মোৰ
বুকুৰে বীণাটি
বাজিছিলে ৰই ৰই
সুখৰে ৰাগিণী অই
বুকুতে আছিলো লই
বুকুৰে বীণাটি।

ছিগিলে ছিগিলে তাঁৰ
কঠিন পৰশে যাৰ
তথাপি জাগে হিয়াত
সেই যে ছবিটি।

|| ৫১ ||

অতীত অতীত হ' মোৰ অতীত
সোণালী অতীত
তোৰে ছবি আঁকো নিৰল নিজানে
হিয়াৰে কলিত।

তোৰেনো গীতকে হিয়া ভাঙি গাওঁ
মোৰেনো লগৰী আছে যেন পাওঁ
আছে যেন হাঁহি কোন নিজানৰ
দূৰ-দূৰণিত।

মোৰ, কাহানি হ'ব ভাবনা ওৰ
কাহানি লবি কোলাত তোৰ
কোনে জাবি তোক কান্দে মোৰ দৰে
ব্যথা বিননিত।

॥ ৫২ ॥

মোৰ, গাওঁ৷ হিয়াৰ অন্ত-গান বিদায়ৰ সুৰ
পুনু বসন্তই লৈ আছে যি সুৰ অনন্ত মধুৰ ।
শেষ হ'লে পূজা-আয়োজন
মধুৰ আৰু কিহৰ প্ৰয়োজন
বাজে যদি বাজক বাঁশত
নিৰৱৰে সুৰ ।

পাওঁ যদি জনম ধৰাৰ
এই গান যি গোৱা হিয়াৰ
হ'লে হ'ক হিয়া এইবাৰ
বিষাদৰে পূৰ ।

॥ ৫৩ ॥

মোৰ সুৰ হেৰুৱালোঁ অই
এইখন চম্পাৰ ফুলনিৰ মাজত
গোন্ধতে বলিয়া হই ।

সেয়ে মোৰ আছিলে বুকুৰ আশা ;
ৰাঙলী উষাৰ জীৱনৰ ভাষা,
সেয়ে মোৰ আছিলে চকুলোৰে লিখা ।
ভাৱনাৰ কবিতা অই ।

আজিও আছে মনৰে মাজত
ৰঙতে পখিলী ফুলৰে ডালত
সেই নিজৰাটি কুলু কুলু সুৰে
এতিয়াও আছে বই ।

॥ ৫৪ ॥

আৰু কিনো গাবি গান হৃঁপাহৰ তোৰ
ছিগিলে বীণৰ তাঁৰ
বজাওঁতেই এবাৰ
বসন্তৰ মধু উৰা
যৌৱনৰ সুৰ।

অতীত বিদায় লই
উটি গ'ল সুৰ
বাই তোৰ সোণোৱালী
জীৱনৰ ভুৰ;

বাজিল, নাবাজে আৰু
বীণ সুমধুৰ
বেলিয়ে ল'লে গই চা
পছিমত জুৰ।

॥ ৫৫ ॥

দেখি তোৰ ৰূপ-মদিৰা হ'ল যে সখী চুনিয়া দোছমান
কাৰনো ঐ মৰু-চাহাৰাৰ তপত হিয়া কৰিলি হাইৰাণ।

গাইছে গুল-বাগিচাত দিল বুলবুল কাৰ তোৰ ৰূপৰে গান
সখী ঐ নবধিৰি, নাহানিবি তোৰ ৰূপৰে বাণ।

যেতিয়া, ভাঙিব তোৰ দোছমনে আহি ৰূপৰ অভিমান
তেতিয়া, কান্দিবি তই ক'লৈ গ'লি অ' মোৰ বেইমান।

গুচি যা অ' মুছাফিৰ মাৰিব তোক সেই ৰূপৰে বাণ
বিন্ধিব বুকুত লাগি লাল কৰি তোৰ বধিব পৰাণ।

——0——

# ভক্তিমূলক

॥ ১ ॥

মৃত্যুহীন আত্মা যদি
জীৱন যদি সপোন ;
হে মোৰ প্ৰাণ-প্ৰিয়
হে চিৰ-স্মৰণীয়
সপোনতে থাকিবা হৈ
হিয়াৰে মোৰ আপোন ।

নিৰ্বিচাৰোঁ দিঠকৰ
পলকৰ পুলকৰ
মোহ—মায়াৰ বান্ধোন
দুদিনৰ অভিনয়
দুদিনীয়া পৰিণয়
ছাঁয়া-কায়াৰ দাপোণ ।

নালাগে পৰলোকৰ
সান্ত্বনা-বাণী শোকৰ
ইহলোকৰ কান্দোন ;
তুমি মই এটি আত্মা
দিবা আনি মাধুৰিমা
সপোনৰেই মাধোন ।

॥ ২ ॥

তুমি পথৰ ভিক্ষাৰী কৰিও যে মোৰ
দৃষ্টি কৰিলা হীন
তুমিয়ে দিছিলা দৃষ্টি সুচকুৰ
সঙ্গীত লেখনী কণ্ঠ সুমধুৰ
ধৰাৰ মানুহে শুনি ভালপোৱা
হিয়াৰো এখনি বীণ—
দৃষ্টি কৰিলা হীন।

আত্মা কৰিছিলোঁ তোমাতে অৰ্পণ
তুমি পৰমাত্মা পাবলে দৰ্শন
দেহা কৰিছিলো ক্ষীণ
বিচৰা নাছিলোঁ তব চৰণৰ
বিনে আন একো গতি মৰণৰ
থ'ব জীৱনৰো চিন—
দৃষ্টি কৰিলা ক্ষীণ।

নাজানিলোঁ কিবা পাই অভিমান
দিলা অভিশাপ শুনি মোৰ গান
কৰিলা যদিও ঘিণ,
তথাপিও মোৰ ফুৰিব আত্মাই
অসীম আকাশ তোমাকে বিচাৰি
হ'বলৈ তোমাতে লীন—
দৃষ্টি কৰিলা হীন।

॥ ৩ ॥

ধূলি হৈ তুমি ব'ম মই
চৰণ তোমাৰ স্নেহাময়,
দিয়া, অভিশাপ এই জীৱনৰ
অবিৰাম অবিৰল ।

মইতো বিচৰা নাই
পাবলৈ তোমাৰ
পৰাণ উতলা সেই
পৰশ হিয়াৰ
নজলাবা তুমি মোৰ
বাহানিও হৃদয়ৰ
কামনাৰ দাবানল ।

অপৰাধী মোৰ এই
জীৱনে তোমাৰ
নাপালে যদিও মাগি
ভিক্ষা ক্ষমাৰ
তথাপি তোমাৰ প্ৰতিটি
খোজত মোৰ
ফুলিব হিয়াৰ শতদল ।

॥ ৪ ॥

প্ৰাণৰ দেৱতা প্ৰাণতে থাকি মোৰ
সহিবা কতনো ব্যথা
ব্যথা-বেদনাৰে ভৰা শুনিবা কিমান
মোৰ জীৱনৰে কথা ?
ব্যথা বহুঁতে হিয়াৰ
প্ৰণয়ৰে মোৰ
পালো হিয়া ভগা শত
বিষাদৰে সুৰ
পিন্ধা মোৰ ই সুৰৰে মালা
ব্যথা বেদনাৰে গঁথা ।

॥ ৫ ॥

নিশা বাঁহীটিৰ সুললিত সুৰ
পুৱা সমীৰণ হৈ
[illegible] ঢালি হিয়াত শীতল
তোমাৰ বাতৰি কৈ ।
তোমাৰ ওঁঠৰ মধুৰ হাঁহিটি
এপাহি কুসুম হৈঁ
বৰে মোৰ হিয়া গোন্ধে মতলীয়া
মন-প্ৰাণ কাটি লৈ
তোমাৰ বাতৰি কৈ
চৰণ তোমাৰ ধুৱাব মোৰ
নয়নে নিজৰা হৈ
তুমি যাবা মোৰ পূবেকণ হৈ
হিয়াতে জেউতি থৈ
তোমাৰ বাতৰি কৈ ।

॥ ৬ ॥

তোমাৰ কৰিম অন্তৰ জয়
কৰিম অন্তৰ জয়;
মৰ্ম ভেদি পাওঁ যদি
আত্মা অক্ষয়
হ'ম তাতে চিৰলয়
প্ৰাণৰ প্ৰাণময়--
যদি তুমি নিৰ্দয় ॥
যদি তুমি মই তুমি স্বৰ্গ-মৰ্ত্য দিগ্বিজয়ী
ৰুদ্ৰ মূৰ্তিময়,
হ'ব মহাপ্ৰলয়ৰ শত সৈন্য বিপ্লৱৰ
মাৰ বিজয় ভয়—
ধৰ্ম যদি ধৰ্ম ধৰাৰ শ্ৰেষ্ঠ মানৱ সভ্যতাৰ
অমৰ অজয়,
তুমি মাথোঁ প্ৰদৰ্শক ভাগ্যফল পৰীক্ষক
জ্ঞানী জ্যোতিৰ্ময়—
মুক্তি আৰু নিৰ্বিচাৰে তুমি আৰু মই গুৰু
বন্ধু স্পন্দন
নহওঁ তোমাৰ বক্ষত হাৰা শান্তিৰ মুক্তাৰ
আলো দীপ্তিময় ।

॥ ৭ ॥

জ্বালিছো পূজাৰ দেৱতা তোমাৰ
মোৰ ই শলিতা প্ৰাণৰ,
অঞ্জলি হ'ব অশ্ৰু শতধাৰ
মন্ত্ৰ বেদনা গানৰ—
মোৰ ই শলিতা প্ৰাণৰ ।
শঙ্খ-ঘণ্টা বাজিব মনৰ
আৰতি ঐকতানৰ
হিয়াতে থাপিম থাপনা তোমাৰ
সুন্দৰৰ ৰূপ ধ্যানৰ—
মোৰ ই শলিতা প্ৰাণৰ ।

॥ ৮ ॥

হে গোবিন্দ গিৰিধাৰী
মোহন মুৰলীধাৰী
শঙ্খ-চক্ৰ-গদা-পদ্মধাৰী
অধৰে মধুৰে ঈষৎ হাসি
ভকতৰ মন দুখহাৰী
হৃদি বিজন বিহাৰী
হে অনন্ত অন্তৰ্যামী
তুমি বিশ্বব্ৰহ্মাণ্ড স্বামী
যুগে যুগে হে যুগপতি
আছা প্ৰলয় সংহাৰি।

॥ ৯ ॥

ছবি আঁকিলো, মচিলোঁ
হাঁহিলো, কান্দিলোঁ,
দেৱতা বুলি প্ৰাণৰ
শত গন্ধ উপহাৰ
প্ৰেম পূজা উপচাৰ
যাচিলো হিয়া মাজৰ
দেৱতা বুলি প্ৰাণৰ।
স্মৃতি সুখ সপোনৰ
আঁকি লৈ দেৱতা প্ৰাণৰ
মিছায়ে বোৱালো
দুটুপি চকুলো
ব্যথা-বেদনা গানৰ
দেৱতা বুলি প্ৰাণৰ

॥ ১০ ॥

মালা সুন্দৰৰ গাঁথিছোঁ গানৰ—
সুৰ কোনোবা দূৰ নিজানৰ ।

দীপ জ্বালিছোঁ তাৰেই
আলো এখানি
ধিমিকি ধিমিকি জ্বলা
ৰিণিকি ৰিণি
শত নিবেদন-গীতি
স্ফীত পৰাণৰ
সুৰ কোনোবা দূৰ নিজানৰ ।

প্ৰাণ আকুলিছে সেই
বা নিজানৰ
যাম অস্ত হ'লে ৰবি
ছুঁই ইপাৰৰ
সি যে কোন সাগৰৰ
পাৰ অপাৰৰ
সুৰ কোনোবা দূৰ নিজানৰ ।

॥ ১১ ॥

জনম সেন্দূৰীয়া আমে মোৰ গুৰু ঐ
জনম সেন্দূৰীয়া আম,
জীৱন সেন্দূৰীয়া বিচাৰি নোপোৱা
মৰিলে ক'তেনো পাম গুৰু ঐ
মৰিলে ক'তেনো পাম।

আৰু সেন্দূৰীয়া এইখন ধুনীয়া
ধুনীয়া বৈকুণ্ঠধাম,
চালে চকু ৰোৱা কিনো বিনন্দীয়া
ৰসেভৰা অনুপাম মোৰ গুৰু ঐ
মৰিলে ক'তেনো পাম।

মিছাতে বলো মই জীৱনৰে ভাৰ
মচি কপালৰে ঘাম,
সংসাৰে কথা ভাবি যে মৰিলোঁ
ললোঁ তোমাৰে নাম মোৰ গুৰু
মৰিলে ক'তেনো পাম ?

॥ ১

ৰঙতে বান্ধিলি ঘৰে তই মনাই ঐ
ৰঙতে বান্ধিলি ঘৰ
নেদেখিলি লুকাই আছিলে ধনুহা
বুকতেনো পছিমৰ
তই মনাই ঐ
ৰঙতে বান্ধিলি ঘৰ ।

আগফাল শুৱনি ফুলনি বাৰীখন
অতিকৈনো হেঁপাহৰ
আছিলে কোমল বননি বুকতে
লুকাই কালে অজগৰ
তই মনাই ঐ
ৰঙতে বান্ধিলি ঘৰ ।

লুইতৰ পাৰতে বান্ধিলি ঘৰে তই
লুইতৰ পাৰতে ঘৰ
নেদেখিলি ফেন-ফোটোকা বানে ঢৌ।
চলে বাৰিষা বুকৰ
তই মনাই ঐ
ৰঙতে বান্ধিলি ঘৰ ।

॥ ১৩ ॥

ৰঙাকৈ ফুলৰে পাহি মোৰ গুৰু ঐ
ৰঙাকৈ ফুলৰে পাহি
তাতোকৈ ৰঙা মোৰ ফুলৰে পাহিটি
কৰে মন সৰসীত ভাহি মোৰ গুৰু ঐ
ৰঙাকৈ ফুলৰে পাহি ।
পুৱা সূৰুযৰে ৰঙা জিলিকনি
নিশা চন্দ্ৰমাৰে হাঁহি
দেখি মোৰ হিয়াত জ্বলে ঐ অগনি
কিনো যে দেখিলোঁ আহি মোৰ গুৰু ঐ
ৰঙাকৈ ফুলৰে পাহি ।
কেলেই ফুলিলি ফুলে ঐ ধুনীয়া
ৰঙাকৈ মেলিলি পাহি,
মোৰেনো ৰঙাকৈ কলিজাৰ তেজেৰে
পামনে মৰিব হাঁহি মোৰ গুৰু ঐ
ৰঙাকৈ ফুলৰে পাহি ।

॥ ১৪ ॥

অ' বলিয়া
এক্কাষাৰ হাঁহিলি তই
বীণেখনি বাই তোৰ বীণেখনি বাই,
জোনাকতে কান্দিলি তই
হিয়া ভাঙি ভাঙি অ' হিয়া ভুকুৱাই ।
বাটৰে তই বুটলি ললি খোজৰ ধূলি অ'
মাণিক বুলি জোলোঙা ভৰাই
ভোকেনো তোৰ গুচালি পিয়াহে তোৰ গুচালি ।
চকুলো বোৱাই অ' চকুলো বোৱাই ।
চকুলো তই বোৱালি
বীণেখনি বাই অ'
বীণেখনি বাই
চিন্তানো তই আনিলি
সাগৰৰে তলিৰ অ'
সাগৰে খিয়াই ।

॥ ১৫ ॥

সাগৰৰে তল মুকুতাৰে ভৰা
তোৰে গাঁথে চিন্তামালা,
তাতোকৈ অতলৰ মনৰে সাগৰৰ
বীণত যি ভাৱি পালাহে ববাগী
বীণত যি ভাৱি পালা।

গাৰ চালেৰে জোলোঙা সি ল'লা
দুৱাৰে দুৱাৰে ভকতি বেহালা
মৰতত ঢালিলা আকাশী অমিয়া
সুৰৰ পাতিলা খেলাহে ববাগী
সুৰৰ পাতিলা খেলা।

সুৰৰ খোলাটিৰে বীণ সাজি ল'লা
আয়ু-ৰেখা ছিঙি তাঁৰ জোৰালা
সৰগৰ সভালৈ যাবলৈ ওলালা
মনৰে ৰথত চলাহে ববাগী
মনৰে ৰথত চলা।

॥ ১৬ ॥

বীণ বাই যা বলিনা সুৰৰ অমিয়া
লৈ যা অহা তোৰ চিন,
চিন লৈ যা চিনাকিৰ মৰম চানেকি
নেপাবি এনুৱা দিন।

দিন—দিনে দিনে তোৰ শেষ হৈ যায়
জীৱনৰ সোণালী দিন,
ঘিণ্—নযাবি লগাই ভুৱা দি স্মৃতিক
চকুৰে কৰিব ঘিণ।

বীণ্—লৈ নেভাবিবি বৈ নাথাকিবি
হ'ব যে লাগিব লীন,
চিন্—থৈছে কোনোবা চিনি তোক অচিনে
বাই অসীমৰ বীণ।

॥ ১৭ ॥

তুমি মোৰ পৃথিৱীৰ আদিম পুৱাৰে
তৰুণ অৰুণ আকাশৰ
হিয়াই পিন্ধোৱা গাঁথি কণ্ঠ মালাখানি
গন্ধ-মালতী সুবাসৰ।

মচা নাই কপালৰ
ৰেখা সেই চৰণৰ
গুচা নাই সেই মোৰ
ৰূপ-তৃষ্ণা জীৱনৰ

আজি হিয়াই মোৰ বিচাৰে পাবলৈ
সেই মাধুৰিমা পৰশৰ—
হিয়াত ভুমুকি মাৰি
তৰুণ বৰাগী তুমি
গুচি গ'লা কিয় মোক
অৰুণ আলোকে চুমি

আজি আহা মোৰ দেখুৱাই এবাৰৰ মাজেদি
সেই ৰূপজ্যোতি বিকাশৰ—

কিনো আপদায়া দিনে মোৰ গুৰু ঐ
কিনো আপদায়া দিন,
চিনাই দিলে খুঁটি চকু কাণে চুলি
নাই কাৰো একো চিন মোৰ গুৰু ঐ
নাই কাৰো একো চিন।

[illegible] চাউনি পেটে সুগুজিলে
কাহানি যাব ঐ জীণ;
পিশাচৰ কিৰীলি মৰণৰ উকলি
জীৱন লেৰেলা ক্ষীণ মোৰ গুৰু ঐ
নাই কাৰো একো চিন।

ভৱতৰ মিলিলে জীৱন্তে মৰণ ঐ
অভকতীয়াৰ দিন,
কাশীলৈয়ে যোৱা বোন্দাহে দেখিলোঁ
যেনে মহা উদাসীন মোৰ গুৰু ঐ
নাই কাৰো একো চিন।

আছে আৰু নাই জ্ঞানে নুবুজিলে
বিজ্ঞানে বজালে বীণ
কেনেকৈ যায় দিন একো নুবুজিলো
দেখিলোঁ সকলো ভিন মোৰ গুৰু ঐ
নাই কাৰো একো চিন।

॥ ১৯ ॥

সুন্দৰ হে চিৰসুন্দৰ
তুমি মোৰ জীৱনৰ আৰাধনা;
সান্ত্বনা দি যত দৰিদ্ৰতাৰ
নিভে ৰূপ-ৰাগে নৱ কল্পনা··
তুমি মোৰ জীৱনৰ কল্পনা।

ধ্বংসকাৰীৰ যত নিঠুৰতাৰ
বজ্ৰ কঠিন আঘাত লাঞ্ছনা;
দৃষ্টি নতুনৰ মোৰ সৃষ্টিকাৰী
অন্তৰ আলোক অনুপ্ৰেৰণা
তুমি মোৰ জীৱনৰ আৰাধনা।

তুমিয়েই হ'বা মোৰ দীপাবলী
এটুপি চেনেহ চকুলো সনা;
গাই যোৱা তোমাৰেই উপাসনাৰ
এটি প্ৰাৰ্থনা গীতি-বন্দনা
তুমি মোৰ জীৱনৰ আৰাধনা।

॥ ১৩ ॥

মুগ্ধ কৰিলে যাৰ কোৰবাণীয়ে
    ছাৰা দুনীয়া কঁপাই,
ঈদ্ মোবাৰক্ আজি ঈদ্ মোবাৰক্
    জয়-গীত গোৱা তাৰ ভাই।

হে হজৰত ইব্ৰাহিম্
    তুমি খলিল তুমি অতি মহান
স্নেহৰ পুত্ৰ ইছ্মাইলক
    দিলা নিজ হাতে কোৰ্বান্
আল্লাৰ আদেশে খুলি বস্ত্ৰ চকুৰ
    দেখিলা যে চাই পুত্ৰ তাত নাই।

কি আচৰিত খোদাৰ মহিমা ভাই
সেই কোৰবাণীৰ বদলি হ'ল দোম্বা এটি তাত
সেলে সেই আল্লাই খুচি হৈ দান
ওচৰতে পুত্ৰই দিলে হঁহি হাঁহি মাত

হায় ইব্ৰাহীম ত্যাগৰ বাবে আজিও
লোৱা হাজাৰ হাজাৰ চালাম
দিছোঁ ভক্তি অশ্ৰু বোৱাই।

॥ ২১ ॥

মোক দিয়া এনে এটি বৰ
নেলাগে স্বৰ্গ ধৰাৰ বুকুতে
জনম এজুপি বিৰিখৰ।
দিবা ডালভৰা পাত সেউজীয়া,
সানি শীতলতা যুগ যুগমীয়া,
তোমাৰ নামটি স্মৰি হৰি হৰি
যাব বাটৰুৱা ভাগৰ পাহৰি
মোৰ আত্মাই লভিব তৃপ্তি
জুৰ ঢালি ঢালি হৃদয়ৰ।
যেতিয়া তোমাৰ ভাগৰ লাগিব
কৰ্ম অন্তে নিত্য দিনান্তে,
ভাগৰ মাৰিবা মোৰেই কোলাতে
মই ৰ'ম জাগি সাৱটি বুকুতে
আৰু তুমি মোক নিদিবা জনম
অপৰাধী এই মানুহৰ।

॥ ২২ ॥

অ' কৌটিকলীয়া আমাৰ নামেঘৰৰ
জেউতি চৰাওঁ আমি জেউতি চৰাওঁ,
সোণৰে গছাটিৰ হিয়াৰে চাকিটিৰ
বন্তি জলাই ধৰাত পোহৰ বিলাওঁ
জেউতি চৰাওঁ আমি জেউতি চৰাওঁ।
তিৰ্, বিৰ্, সোণৰ শৰাইখনৰ
ৰাখি মান আমিয়েই সুনাম বঢ়াওঁ,
নামৰে অমিয়া সুৰৰ ধ্বনি তুলি
পৃথিৱী কঁপাই নিতৌ দবাটি কোবাওঁ
জেউতি চৰাওঁ আমি জেউতি চৰাওঁ।
মৰিও জনমে পাওঁ ঐ জিলিকি
পাতি হিয়া-সিংহাসন সেৱাটি জনাওঁ,
পুৰা প্ৰেমামৃত গুৰু ভটিমাৰে
অচেতন জগতক আমিয়ে জগাওঁ
জেউতি চৰাওঁ আমি জেউতি চৰাওঁ।

# বনগীত

॥ ১ ॥

যদি তাতোকৈ চেনেহৰ
বিহুটি ঐ বিহুটি—
বহাগৰে বিহুটি ;
কিয় তেনে তুমি
ফুৰিছা বিচাৰি
বনবীয়া পহুটি ?

চকুলো নিদিয়ে মুচি
ধৰা দি যাবযে গুচি
বনবীয়া পহুটি ;
কাহানিও নোহে আপোন
হ'লেও জীৱন সপোন
দিলেও পূর্ণাহুতি !

হ'লেও এখনি টঙালি
জীৱন বঙোৱা বঙালি
বহাগৰে বিহুটি ;
নেপাতি কেনেকৈ থাকো ?
সেয়ে মই তোমাক মাতো,
হ'বলে হুয়ো যুটী !

॥ ২ ॥

অ' কেঁচাসোণ কেচাসোণ কেঁচাসোণ
অ' কেঁচাসোণ !
আজি এই বিজুৰাতি হিয়াৰে তলিত মোৰ
ৰঙত উঠিছে এটি প্ৰেমৰ নাচোন ।
তোমাৰ সপোন মোৰ উতলা কৰিলে প্ৰাণ
বুকুত উঠিল বাজি বলিয়া বাঁশৰ বাণ
তুমি মোৰ অ' সোণ । আকাশৰ ন জোন
হিয়া ৰখিছা আজি মোৰ ভেনেই আপোন !
ক'বা আজি কাণে কাণে 'তুমি মোৰ তুমি মোৰ'
চকুলো মচি দি বিৰহৰ দুচকুৰ—
আজিয়ে কৰিম শেষ
তোমাৰ কোলাতে মোৰ
জীৱন সপোন
অ' কেঁচাসোণ !

॥ ৩ ॥

কিনো ফটিকাৰে ৰাগী ঐ ফাগুনী
কিনো ফটিকাৰে ৰাগী
কিনো টলংপলং কথা লৰংফৰং
ভাগিলা ৰাগী যে লাগি ।
চ'তৰে বিহুতে গোটেই চুঙাটোকে
দিম বুলিছিলা ঢালি
ফাগুনতে পোৱা মৰমৰ যি বাটি
পছোৱাবে ধূলি-বালি ।
এইবেলি হুবৰি বনত নেদেখিলোঁ
ফাগুনৰ হৰিণীজনী
দেখিলোঁ এজনী অজগৰে থকা
উমে লৈ বুকুতে কণী ।
তোমাৰ জলা জুয়ে তোমাকেই পুৰিব
বিহা-আঁচলতে লাগি
এইখন পৃথিৱী এনেকৈ থাকিব
মৰমতে নাচি-ৰাগি ।

॥ ৪ ॥

বংদৈ অ' ৰঙৰে বালিঘৰ
সাজিছিলোঁ দুয়ো এটি ;
নাজানিলোঁ আহি ভাঙি যাব বুলি
কালৰে পছোৱা ছাটি
সাজিছিলো দুয়ো এটি ।

ৰঙতে উমলি বালি-ভাতে বান্ধি
বালিৰে বাৰৰি কুটি ;
দিছিলা খাবলৈ হিয়াতে পাবলৈ
বালি-দৰা মোৰ পাতি ।

লুইতৰ পাৰৰে কুৰুৱা ঘুৰিয়ে
আজিও আছে লগ পাতি ,
মোৰে কপালত বিধতায়ে লিখা
বালিতে কটাব ৰাতি ।

॥ ৫ ॥

অ' কুলিয়ে মাতিলে কু—উ—
বোলো মনে মোৰ উতলা কু—উ ;
এ বাৰীৰ আমজুপিয়ে চকুলো টুকিলে
কেঁচায়ে মাতিলে নিউঁ—

[ কুলিয়েনো কু-উ কু উ
কেঁচাই মাতে নিউ নিউ
কেনেকৈনো এৰিয়ে দিউঁ ?— ]

অ' মোৰ ফাগুনীয়ে আনিলে পাতিব সকামটো
আঙুলিৰ মূৰতে ঘিউ ;
মুখৰ মৌৰে টুপি বুকৰ ফুল-তুলসী
বুলিলে 'বুকুৰে জীউ' ।

অ' কি ৰাগী পিয়ালি মোৰ মৰেথাঁতী
'পিউ পিয়া পিয়া পিউ' ;
নিপিওঁ বোলোতেও তোৰে জ্বলা জুইত
তয়ে ঢালি ললি ঘিউ ।

অ' হিয়াৰে পোৰণি হিয়াৰে গুচাবি
ঢালি মৰমৰে মৌ-ঘিউ ,
যাবৰে পৰতে হিয়া মোৰ দহিছে
কিনো সমিধানে দিউঁ ?

॥ ৬ ॥

অ' মোৰে নাম তৰাৰতী নাচনী মই ছোৱালী
ৰং পায় জোনায়ে জোকাই,
আঁচলতে ঘনে ঘনে চুমাটি যে খায়ে খায়
ফাগুনৰে নিলাজী বা-ই—
ৰং পায় জোনায়ে জোকাই।

অ' স্বৰ্গদেউ ঈশ্বৰে শলাগি জোনোৱা
'তোতকৈ গুৱনি কেও নাই'।
নপতা ফুকনৰ পুতেকে জোকাওঁতে
নানটি কটা যে যায়—
ৰং পায় জোনায়ে জোকাই।

অ' কাবতীয়ে জোকোৱা কলম জোকাৰি
বাটত মোক ভয় দেখুৱাই,
কাণে কাণে কোৱা চুমাটি যে খোৱা
'ৰূপে তোৰ লগোৱা দায়'—
ৰং পায় জোনায়ে জোকাই।

।। ৭ ।।

অ' বনগীত সুৰায়া ৰতনীৰ ধুনায়া
যাখনি মন প্ৰাণ হৰা,
দু ভৰিৰ বনীয়া তেজৰঙা গেৰুৱা
মৰম হিয়াখন ভৰা—

[ সকপাই অ' পৰ্বতে বুলিলে হয়
সকপাই অ' ভৈয়ামে সাৰটি লয়
কিনো যে গুৱলা মনে মোৰ উতলা
সকপাই অ'--
বনগীত ফাকি তোৰ গা ] ।

অ' ৰতনীৰ হিয়াখন মৰমেৰে ভৰা
সুৰবে অমৰাপুৰ,
বুঢ়া লুইতৰো ডেকাধনি লগা
নেলাগে সলাব সুৰ ।

অ' যাব যদি তই পৃথিৱীৰ বুকুতে
বনগীত একাকি গা,
কৌটিকলীয়া কেতেকী ধুনীয়া
ৰতনীক চায়ে তোৰ যা ।

॥ ৮ ॥

অ' মোৰ মৰমী অ' মোৰ অসমী
অ' মোৰ সুৱাগী ৰহাগী আই;
চুমাৰে উপৰি চুমা দি শিকোৱা
মাতৃভাষা মোৰ তুমিয়ে আই।

তগৰো ফুলিলে নাহৰো ফুলিলে
ফুলিলে কেতেকী মালতী-জাঁই,
হ'ল গোন্ধে পায় পৃথিৱী গাভৰু
আঁচলতে নাচে এলেয়া বা-ই।

তোৰ আগমনে দিয়ে প্ৰাণে প্ৰাণে
চেনেহ-প্ৰীতি হিয়া উপচাই
বিহু বিহু বুলি বুঢা লুইতেও
ৰঙতে এবেলি চাপৰি বায়।

তুমি অসমীয়া জাতিৰ জননী
সত্য সনাতনী গোঁসানী আই;
দিয়ে পুষ্পাঞ্জলি হিয়া বীণ বাই
বিৰিখে বিৰিখে সেউজীয়াই।

তুমি দিয়া আই বিগ্ৰানধনি
সাৰটি সেৱাটি-ভক্তি জনাই
মবোঁ মই গাই বিহুগীত এফাকি
তোমাৰ পাৱতে চুমাটি খায়।

॥ ৯ ॥

আকবেলি বহাগত তৰাদৈ ঐ
দেখিছিলোঁ তোমাৰ তৰাদৈ ঐ
খোপাতে কেতেকীৰ পাহি,

চাওঁতে উলটি তৰাদৈ ঐ
ৰূপাৰে জেউতি তৰাদৈ ঐ
মুখত মিচিকিয়া হাঁহি মাৰ তৰাদৈ ঐ
খোপাত কেতেকীৰ পাহি—

ৰুণ জুন জুন জুন নেপুৰে মাতিলে
ৰুণ জুন জুন জুন কি বিহু পাতিলে
ৰুণ জুন জুন জুন কোনে কি নাচিলে
গাঁথিতে বান্ধিলে সোণ।

অ' এইবাৰ বৰদৈচিলাক নেদেখিলো
বতাহ ধুমুহাৰে অহা
বিহুৰেনো হাটতে কিনিবকে নেপালো
গাত তৰা-বছা ৰিহা
অতিকৈ চেনেহৰ বহাগৰ বিহুটি
নেপাতি কেনেকৈ তবোঁ;
খিয়লা খিয়লি সকলো পাহৰি
সাৰুটি হিয়াতে মৰোঁ।

এইখন দেশৰে অ' মলয়াৰে ছাটি
ৰিব্ ৰিব্ হিয়া জুৰ,
প্ৰাণে মোৰ পৰশা ভাহি কাৰ অহা
বাঁহীৰে উতলা সুৰ--
সুৰে ঐ মালতী
কোনে মাৰ ঘুমটি
বাটি নিয়া হুচকুৰ—
ৰিব্ ৰিব্ হিয়া জুৰ।

লুইতৰ বুকুৰে চৌৰে ৰূপোৱালী
মাৰে একোৰেলি বৰ,
কোন মোৰ হিয়াৰ যায় পাৰে পাৰে
বায় সপোনৰে ভুৰ—
ভুৰে ঐ মালতী ।

এইখন সেউজীৰ বুকুতে শুনো কাৰ
ৰুণ্ জুন্ ধ্বনি নেপুৰ
জোনাকৰে ৰাতি বিজুলীৰে ছাটি
হিয়া কৰি নিয়া চুৰ—

॥ ১১ ॥

শাওণৰ ধাৰাসাৰ বৰষুণ বাৰিষাত
শাওণা মোৰ পথাৰলৈ যায়,
চাই চাই বিয়াকুল দুভৰিৰ বনাফুল
শাওণীয়ে চকুলো বোৱাই—
অ' শাওণা মোৰ পথাৰলৈ যায !

তাৰ গাত লাগি অহা কঠীয়াতলিৰ
পলসুৱা মাটিবোৰ তাই;
চাই ভালেপোৱা নাপালে মৰিব তাক
হাবিবে বিহে গুটি খায়—

কান্ধতে কোৰখন মূৰবে জাপিটি
চাই ভালে পোৱা তাই,
যোৱা পদূলি বণাকৈ ভৰিৰ জোকে খোৱা
বণা তেজে কন্দুৱায় —

শাওণত আখৰা ভাদত ভাওনা
বায়নৰ জিৰণি নাই;
কিনো ভাও দিয়া আমাবে শাওণীক
বাৱণে হৰি লৈ যায়—

॥ ১২ ॥

আমাৰে গাঁৱৰে অ' মইনা কেঁচা আম
এজনী বুঢ়ীৰে অ' মইনা কেঁচা আম
আছিলে এজুপি আম ;
জেঠৰ খৰ মাৰোতে অ' মইনা কেঁচা আম
আমৰে দোণতে অ' মইনা কেঁচা আম
লৈছিল এপইছা দাম····
দামে মইনা কেঁচা আম
কপালৰে কেঁচা ঘাম
দোণে প্ৰতি এপইছা দাম ।

অ' আছিলে এজনী অতিকে ধুনুনি
লাচনি-পাচনি নাতি ;
গাঁৱৰ ল'ৰাইতে জোকালে বগুতে
খেদি যায় লাখুটি দাঙি !

অ' বুঢ়ীজনী মৰি গ'ল নাতিজনী এৰি গ'ল
ধনবৰ সোমালগৈ চাপি ;
ধনবৰ ধকুৱা হ'ল আজি বকুৱা
এতিয়াহে মূৰত ভঙা জাপি ।

॥ ১৩ ॥

আমাৰ গাঁৱৰ মানুহ অ' মোৰ
আমাৰ গাঁৱৰ মানুহ
অ' মৰমতে মৰোঁ ;—
একে তেজৰ একে মঙহ
আঁকোৱালি ধৰোঁ—
অ' মৰমতে মৰোঁ ।

দিয়ে বতাহে গোন্ধ আনি আমাৰ
গাঁৱৰ মানুহৰ
কিনো মৌ-বৰষা মিঠা মাতবোৰ
উলহ-মালহৰ
মু'খনি একে ঠাঁচত গঢ়া অ' মোৰ
কেনেকৈ পাহৰোঁ—
অ' মৰমতে মৰোঁ ।

পাৰ হৈ সাত সাগৰ তেৰ নদী
আহিলেও চাই
এনুৱা মন-মোহিনী গাঁওখনি
ক'তো আৰু নাই—
সবলা-নিবলা মোৰ গাঁৱৰে বাটটি
কেনেকৈনো এৰোঁ—
অ' মৰমতে মৰোঁ ।

॥ ১৪ ॥

চেনেহী চিকুণী অ' —
আই তোৰ মু'খনি মনোহৰা—
মু'খনি মনোহৰা চিকুণী অ'
চেনেহী চিকুণী অ'—
আই তোৰ মু'খনি মনোহৰা
তোৰ সেউজী আঁচলৰ সেউজীয়া বাই
ধাননি ঐ বননিৰ হিয়া নচুৱায়
নচুৱাই হিয়া কৰি শাঁত
শাঁত হিয়াৰে সেউজীয়া বা
কৰি যোৱা শাঁত হিয়া সেউজীয়া বা ।

মোৰ দেশৰে অমিয়া অ' মাণিক মইনা ঐ
গোন্ধ মালতী ধুনীয়া অ' মাণিক মইনা ঐ
জোনাকৰে ৰাতি বিজুলীৰ এছাটি
জোনবাই লগৰে ধুনীয়া তৰাটি
চাই চাই চকুলো সৰা,
মালতী অ' মালতী
মোৰে আইৰ আঁচলৰ
ধুনীয়া সাধুটি
হিয়াখন মালতীৰ গোন্ধৰ সঁফুৰা ।

মাতে পকাধানে ৰিঙিয়াই
বগীতৰা আগুৱাই যায়
বোকোচাত দি যোৱা কেঁচুৱাটি আঘোণাই
নিচুকনি গীত গাই
আমাৰ আঘোণাকাই
বগীতৰা আগুৱাই যায়।

হাতত কাচিখনি মুখত তামোলখনি
কঁকালত টঙালি বুকুত মেখনি
তাইৰ আৰু কোনো নাই কোনো নাই—
অকলেই গুচুৱালে মুখৰ চুৱা ছাই
সকামটোও পাতিলে ৰজনজনাই।

আঘোণাৰ অবদান অতবোৰ মাটিৰ ধান
কোলাত পালে এটি নাতিল'ৰা সন্তান
তাইক আৰু লাগে কি লাগে কি
তাইৰ যদিও আজি আঘোণী নাই
তাইৰ ওচৰত আজি হাতপাতে গঞাই
বগীতৰা আগুৱাই যায়।

॥ ১৬ ॥

অ' সখা ফাগুনী কাইলৈনো থাকিবি
ফাগুনৰে মাথোঁ এটা দিন;
তোমাৰ ফাকুসনা ৰঙাকৈ মুখনিৰ
দিয়া আজি মৰমৰ চিন—
কাইলৈনো থাকিব ফাগুনৰ মাথোঁ এটা দিন।
আহা লৈ এডালি মনৰে ঐ দোলনি
সেয়ে হ'ব মৰমৰ চিন;
(আজি) সেউজীয়াই বজালে ৰঙা ৰঙা সুৰেৰে
ৰংসনা মনৰ ৰঙা বীণ—
কাইলৈনো থাকিব ফাগুনৰে মাথোঁ এটা দিন।
মোৰ মন-পূৰ্ণিমাই ফাকুগুৱা ছটিয়াই
কয় মোৰ ৰঙাখিনি কিন,
নাথাকিব কাইলৈ মৰমৰে একো চিন
মাটিতেনো হ'ব ঐ লীন—
কাইলৈনো থাকিব ফাগুনৰে মাথোঁ এটা দিন।

। ১৭ ॥

চা অ' বলিয়া কল্ কল্ কল্ সৌ
ভদীয়া লুইতৰ ঢল
নিদিবি পাৰি তোৰ নাও টুলুঙীয়া
নাও টুলুঙীয়া ব'ঠা টুলুঙীয়া
ঘৰলৈ উভতি ব'ল।
দেখি কঁপে হিয়া ডকা-চাকনৈয়া
বেলিৰ পৰিবৰ হ'ল
তোৰে ভাদৈমতী হ'লে ঐ ধুৱনী
বজালে মেঘে বাদল
ঘৰলৈ উভতি ব'ল।
নেলাগে যাবলৈ থাক-মণি বিচাৰি—
চাবলৈ সাগৰৰ তল—
পদুমৰে কলি পদুমৰে নলী
কৰিব হিয়া উজল;
ঘৰলৈ উভতি ব'ল।

॥ ১৮ ॥

আজি মোৰ জীউটিয়ে ফুট্ গধূলিতে
গুৰলৈ আমনি কৰিছে বৰ ;
ধৰিছে কোনোবাই লগ ক'ৰবালৈ
উদং উদং লাগিব ঘৰ ।

ঘাই হেঙ্গুৱালে ঘিলা জিকি জিকি
ভাগৰে লাগিছে বৰ ,
দিলে ক'ৰবালৈ ৰণ জিকি জিকি
ৰণৰে ধোঁৱাটি ল'ব ।

শেৱালি জুপিয়ে চকুলো টুকিয়ে
চাই ৰ'ব লাগি থৰ ,
সুৰভিয়ে দিব আনি পাহৰণিৰ
সোঁৱৰণী নৰনৰ ।

॥ ১৯ ॥

আমাৰ বগীতৰাৰ অ' সোণটি লংগুটি ইলাচি
বগী পাৰজনী অ' সোণটি লংগুটি ইলাচি
এহ্‌ এহ্‌ দেহি ঐ আই ঐ দেহি
গ'ল কেনেকৈনো উৰি ?
হেই ইয়ে বোলে গ'ল কেনেকৈনো উৰি
হেই সিয়ে বোলে গ'ল কেনেকৈনো উৰি
হেই ৰজাক চোৰাংচোৱাই দিলেগৈ বাতৰি
এহ্‌ এহ্‌ দেহি ঐ আই ঐ দেহি
জুৰমনক লৈ গ'ল চাওদাঙে ধৰি ।
হেই এদেত্ত দেত্ত দেত্ত
লোটা চুব কৰিবৰ ছেও ?
অ' তৰা জুৰমনৰ পাৰটোৰে
অ' তৰা বগীতৰাৰ পাৰজনী
এহ্‌ এহ্‌ দেহি ঐ আই ঐ দেহি
আগতে পৰিলহি উৰি যোৰে পাতি
আকৌ গুচি গ'ল উৰি যোৰে পাতি
একেডালি চেনেহৰ জৰি ।
হেই ৰজাই শলাগিলে চাই-অ' বোলো হয়
হেই প্ৰজাই শলাগিলে গায়-অ' বোলো হয়
অ' তৰা জুৰমনৰ লগতে
অ' তৰা বগীতৰা উৰিলে
এহ্‌ এহ্‌ দেহি ঐ আই ঐ দেহি
মিচিকিয়া হাঁহিটি সখি যোৰে পাতি
আকৌ গুচি গ'ল উৰি যোৰে পাতি
সৱাকো সেৱাটি কৰি । যোৰে পাতি
ডাকি বোলো হৰি হৰি ।

আক বেলি এন্দুৱা ফাগুনৰ ঐ মাহতে
দেখিছিলোঁ ফাগুনীক ফাগুনৰ ঐ মাহতে
জোনাকত পখিলা ধৰা,
ফুলে ফুলে সাবটি ফাগুনৰ ঐ মাহতে
সপোনৰ দবাটি ফাগুনৰ ঐ মাহতে
বনে বনে বিচাৰি ফুৰা—
ফুৰা বনে বনে ফাগুনৰ ঐ মাহতে
জোনাকত পখিলা ধৰা ॥

অ' নাককাটী নিলাজী ফাগুনৰ বা ছাটি
আহি কোন দেশৰে পৰা,
উকৱায়ে যোৱা হিয়াৰ কাচলি
আউলী যে বাউলী কৰা।

অ' এইবাৰ ফাগুনৰ হৰিণীৰ ফানতে
ফাগুনী পৰিব ধৰা,
চাওঁতে মুখলৈ হাঁহিটিয়ে মাৰিব
চেনেহৰ চকুলো সৰা।

॥ ২১ ॥

মাকে সুধিলে জীয়েক বগীতৰাক
ক'তেনো এৰিলি আঁচলৰ আগ আই তই—
ক'তেনো এৰিলি আঁচলৰ আগ ;
ক'ব কেনেকোনো জুধমনৰ ভৰিতে
পৰিলে কেনেবাকে কোদালৰ ঘাপ ?

কঁকালৰ কলহটি পৰিলে পিচলি
লৈ বেৰাতে আঁউজি আঁচলৰে আগ ;
চবুলো মচিলে লাজত ৰঙা পৰি
'নেকান্দিবি' বুলি মাকে দিলে হাক।

বাপেক ঐ আছিলে গোহালিৰ মূধতে
কিবা চাঁচি-কাটি কৰি টুক্ টাক্,
ক'লে – জেওৰাতে লাগি ৰ'ল কেনেবাকৈ
থাক তেৰ থাক মানে মনে থাক্।

দিলে ঐ দেখুৱাই পায়ে উপায়ে তাই
কোঁচত ছিঙি অনা পথাৰৰ শাক
বাপেকে বুলিলে সোণতে মোৰ সুৰুগা
আই বগীতৰা গাতে বুলায়ে হাত।

॥ ২২ ॥

এজনী ছোৱালীৰ মুখতে কপৌ বাঁহী
অ' বোলো চালে, চুলে
কিবা বোলে পালে
গাঁথিতে বান্ধিলে সোণ—
সেইজনী বাক কোন—
কোনে জানা কোৱাচোন ?

কোনেও বাক নোকোৱা যদি
কওঁ ময়ে শুনাচোন ,
নাকটি যি জনীৰ কেতেকী লেখীয়া
ৰংটি দেহাৰ কেঁচাসোণ—
সেইজনী বাক ?

ডালিমগুটীয়া দাঁত মৌ-সনা মিঠা মাত
যেনে পূৰ্ণিমাৰে জোন ,
নামটি নকওঁ বাক সেইজনীয়েই
নহয় জানো কোৱাচোন—
সেইজনী বাক........ ?

অ' বোলো, সৌটো কোনটো সৌটো
কোনটো সৌটো কোন ?—
আমাৰে ৰংমনৰ নীলা কপৌটো
বহাগতে পিন্ধাব জোৰোণ—
সেইজনী বাক........ ?

## ॥ ২৩ ॥

অই মৰোঁ এইখন  অ' সেউজীৰ বুকুতে
বনগীত একাকি গাই ;
গাওঁ মানে পালেও  জনম মৰি মৰি
হেঁপাহকেই নপলায় ।

গোন্ধে ফুল মালতী  নাহৰে কেতেকী
ৰিব্‌ ৰিব্‌ ৰিব্‌ মলয়া বাই
হিয়া শাঁতে কৰি যায়
নালাগে একো মোক  যাওঁ ঐ লাহৰী
তামোলকেই এখনি খাই ;
হ'লেও মোৰ আপচু  ভালপাওঁ তোমাকেই
তোমাৰ মান গুৱনি নাই ।

তোমাক বুলিছিলো  সোণপাহী কেতেকী
হিয়াৰে ঐ হিয়াতে পায়
যাবৰে মোৰ পৰতে  সাবটিয়ে ধৰিলা
মিছাকৈয়ে চুমাটি খায়—
বিহু মাৰি মাৰি  অ' ভাগৰি পৰিলে
মোৰ মন-বিহুৱা বাই ;
বিহুতলী থনে  কিৰীলি মাৰিলে
বিহুটিয়ে যায় ঐ যায় ।

॥ ১৪ ॥

কেৰো নাই কেঁকো বাওঁ
কেৰো নিলে চোৰে অ' মোৰ
কেঁকো নিলে চোৰে,
এ ভাই এটা নাকান্দিবি
[illegible] চাৰি হে।

মুখত দিলোঁ নাচনীজনীৰ মিচিকিয়া হাঁহি,
খোপাত দিলোঁ খোপাভৰি কেতেকীৰে পাহি হে।
কাণত দিলোঁ কেকঁৰি গলত জোনবিৰি
হাতত দিলোঁ জেতুকাবোল হিয়া ছিৰি ছিৰি হে?

[illegible] পূৰ্ণিমাৰে জোন,
পেঁপাৰে তাৰ সুৰ শুনি যুচালোঁৱা কোনহে?
কেৰো নিলে চোৰে অ' মোৰ কেঁকো নিলে চোৰে,
গঞা ভকতক গাচৰ দিলে দণ্ড হ'ল মোৰেহে।

পোৰে খালে জাঁয়ে খালে মনে মনে থাক,
সাত-শতুৰে লাই পাব খা উৰা শাক।

॥ ২৫ ॥

আই মোৰ চেনেহী জাকতে ঐ জিলিকা
ৰংপুৰ জিলাৰে জাকতে ঐ জিলিকা
নাচনী নামতী বাই,
বোপাই মোৰ ঐ চেনেহৰ জাকতে ঐ জিলিকা
বিস্তৃাৰ ডেকাটি চেনেহৰ জাকতে ঐ জিলিকা
নজনা ঐ কোনোৱে নাই জাকত জিলিকা
নগাঁৱৰ চিটিকা
লাগিলে মোৰ বালিমাহী আই।

সোণতৰা ৰংপুৰৰ জীয়াৰী
সোণতৰা সৰগৰ অপেছৰী
ৰূপৰে ঐ তুলনা নাই,
দিখৌৰ ঐ পাৰতে কি বিজু পাতিলে
নগায়েনো গগনা বায় জাকত জিলিকা,
নগাঁৱৰ চিটিকা–
লাগিলে মোৰ বালিমাহী আই।

সোণতৰা দুখনি ঐ হিয়াৰে
সোণতৰা গুৱাহাটী পালেহি
এখনি ঐ হিয়া-নাও বায়,
বৈ বৈ বৈ কান্দিলে ৰংঘৰ ৰংপুৰে
হিয়াখন ঐ উকডা পায়-জাকত জিলিকা
ৰজাঘৰৰ ফটিকা
লিগিৰীয়ে ঢালি দিলে খায়
আই-বোপায়ে শিকালে নাচ্, নাচিবলে গাবলে'
দুহ্, দুহাতে চাপৰি বায়;
কয় কোনে মোক নাই আজি সেই সুৰদি সুৰ-আহদি
মৰোঁ যে মই বিহুকে ঐ খাই।

ৰংমলা অ' ৰংমলা—
বাৰিষাৰে ঢলে
উটুৱায়ে নিলে
ৰংঘৰ আমাৰে গুনলা
মোক বুলিছিলা প্ৰাণৰে পুতলা
অ' মোৰ ৰংমলা ।

সাজিছিলোঁ মোৰ মনৰে ৰংঘৰ
অপেছৰী তোমাক পাতি সৰগৰ
লগতে আছিলে ল'ৰালি কালৰে
প্ৰাণৰ সখী তোমাৰ পাণীমলা—
অ' মোৰ ৰংমলা ।

আজি বিহুতলীত তোমাক লগে পালো
আৰু কিনো গাম তাহানিয়ে গালো
তোমালকে বুলি সাঁচি থোৱা মোৰ
লৈ যোৱা হিয়াৰ মৰম এমলা—
অ' মোৰ ৰংমলা ।

মই দেখা মু'খনি অ' সখি বনগীত ঐ সুৰীয়া
লাহিকৈ দেহাটি অ' সখি কেতেকী ঐ ধুনীয়া
বৈ বৈ বৈ মতি থমকি উলটি চাওঁ,
ভৰিলৈ কিনো চাবা অ' সখি খোজত মাণিক সৰা
চকুলৈ কিনো চাবা অ' সখী সৰগৰ সোণতৰা
বনগীত এফাকি গাওঁছে আহা লগৰী
খুঁটি-নাটি বিচাৰি—
মাণিক থোপে থোপে পাওঁ
হেই ৰজাই ৰচিছিলে কৌটি ঐ কলীয়া
বনগীত ঐ এফাকি যাউতি ঐ যুগীয়া
দিখৌৰে হিয়াখন চায়,
সুৰ চুৰে কৰি অ' আইটি ইংৰাজী বেজেনা
সুৰৰে ঐ বেপাৰী অ' আইটি সাধিছে ঐ খেজেনা
মোৰ বুলি ভাবে আজি গায়হে বগীতৰা
তুমিও হয় বুলিলা
চোৰৰে ঐ লগকে পায় ?
অ' মই মৰোঁ বিচাৰি অ' তৰা হিয়াৰে মোৰ গুৱনি
হেকৱা মোৰ লাহৰী অ' তৰা চেনাই মোৰ ঐ চেনেহী
হিয়াত দিয়ে যোৱা শোক.
ক'ৰেনো তই অঘৰী অ' বেটী লেঙুৰী ঐ পেঙুৰী
বঙালৰ ঐ জীয়ৰী অ' বেটী লেতেৰী ঐ পেতেৰী
কি সুৰ শুনাৱ মোক
কোন চুৱাখোৱাই পাতেনো ঐ গোসানী
হৃদয়ৰ মোৰ দেউলত তোক ?
ৰং ৰংঘৰ ৰংপুৰ হ-হৰষে ৰণপুৰ
য-যদিও আছে আজি ভুই ;
সু-সুৰে হেংদান না-নাচিব ঝিলিকি
যে-যেতিয়া জ্বলিব জুই ।

মানুহ দেখি মাৰ তই লবে অ' বলিয়া
মানুহ দেখি মাৰ তই লব—
কোনে তোৰ কলিজা বাঘুৰি খাবলৈ
বুকু চাই মাৰিলে শৰ অ' বলিয়া
মানুহ দেখি মাৰ তই লব ?

(তোৰ) মূৰত দেখা পালি আকাশ চুকি পোৱা
ধনী ধনী মানুহৰ ঘৰ,
মাটিত পৰি থকা টোপে টোপে সৰা
কেচাঁ ঘামে কপালৰ অ' বলিয়া
মানুহ দেখি মাৰ তই লব ?

হাবিৰে মাজতে লুকাই মনে মনে
হাবিৰে সাজিলি ঘৰ,
মানুহৰ মুখতে গোটেই দেখা পালি
নাহৰ-ফুটুকীৰ গঢ অ' বলিয়া—
মানুহ দেখি মাৰ তই লব ?

নেলাগে বলিয়া কৰিব পৰিহাস
ইতিহাসে মানুহৰ
ঈশ্বৰে গঢাই মানুহৰ পৃথিৱী
কয় কোনে দানৱৰ অ' বলিয়া
মানুহ দেখি মাৰ তই লব ।

॥ ২৯ ॥

অ' ফুল কেতেকী সোণে বৰণীয়া
পাহিও ধুনীয়া তোৰ;
গোন্ধে আমোলমোল
ভোমোৰা বিয়াকুল
চকুলো বোৱালি মোৰ।

কোনে উকুৱাব
বেণু মোৰ বেণু যাই
মেলি পছুমৰে থোৰ,

হবনে ৰাঙলী
হাঁহি মোৰ উজলি
বুকুৰে পোৰণিবোৰ?

ভটীয়া পানীতে
নাও মেলি দিলোঁ
জীৱনৰ পুৱাতে মোৰ,

এৰি থৈ আহিছোঁ
পাৰতে মালতী
শঙ্কা জাগিছে মোৰ।

মই গাওঁ এইখন সেউজী পথাৰৰ
গুৱনি হিয়াৰে গীত
পাওঁ যদি হ'ব এজুপি বিৰিণা
লুইতৰে চাপৰিত ।

অ' বুকুৰ আইতা ঐ লুইতৰ ঐ পাৰৰে
অ' বুকুৰ আইতা ঐ ভুৱৰিৰ ঐ বুকুতে
অ' বুকুৰ আইতা ঐ মৰিবলৈ মনে যায় মোৰ

সোণে কি মুকুতা হেকৰা কৰিতা
ঝিলিকে ঐ ভুৱৰিত
মৰোঁ মই ঢাকুৰি বালিতে বাগৰি
বুকুৰেণো পোৰণিত ।
ভোকে মোৰ হৰিলে পিয়াহো হৰিলে
উতলা কৰিলে চিত,
কোনেনো শুনালে দূৰণি বুকুৰে
বিননি ঐ পেঁপাটিত ।

ময়ো যাওঁ ছটিয়াই চকুলো মুকুতা
সেউজীয়া বননিত,
গাঁৱৰে লখিমী জীয়ৰী বোৱাৰী
পিন্ধি যাবা হুভৰিত
পাওঁ যদি হ'ব এজুপি বিৰিণা লুইতৰে চাপৰি ।

॥ ৩১ ॥

বা অ' বলিয়া
জীয়া জীয়া সুৰেৰে
সেউজীয়া বোলেৰে
বীণধ্বনি বা,

আকাশে বতাহে সুৰৰ জুয়ে তুলি
ৰঙা পোহৰখিনি চা।
দিয়া ৰঙাকৈ কলিজাৰ তেজেৰে
জেতুকা সানি দি যা;
ছুৱৰিয়ে পিন্ধিব পালো
পোৱাল বুলি
লাগি ৰ'ক কলিজাত ঘা।

বুঢা আঁহত জোপাই বুকুলৈ মাতিব
ৰ'দে যদি ডাকে গা;
পাতি ছুৱৰিৰ শয্যাত শুৱাব
ঢালি দি শীতল ছা।

বিহুচোৱা হাটলৈ আহিলি যেতিয়া
বিহু তোৰ দেখুৱাই যা,
জগতে হাঁহিব জগতে কান্দিব
জীয়া জীয়া সুৰকে গা।

॥ ৩২ ॥

অ' বোলো সেউজীয়া
সেউজীয়া পাতে পাতে
সেউজীয়া বোল ;

জীয়াই থকাৰ পাবি অ' সঁহাৰি
বা নিজে নিজে ঢোল বিজু বুলি
বা নিজে নিজে ঢোল ।

চা সেউজীয়াই বেচিছে আঁচলৰ
পাহি ৰঙা ৰঙা ফুল
কণ্ঠৰ বেছিহে কুলি-কেতেকীয়ে
মাতে প্ৰতি মউ-জোল—
জীয়াই থকাৰ ··· ·

গা অ' নতুনৰ সুৰ মিঠা মিঠা
কিনি সেউজীয়া বোল
হিয়া ভাঙি ভাঙি হিয়াৰে উজাৰি
সুৰৰে জ্বলাউবি তোল
জীয়াই থকাৰ · ··· ··· · · ।

॥ ৩৩ ॥

বিহু গ'লে বিনাবা কাক মোৰ দেহি ঐ
বিহু গ'লে বিনাবা কাক ?

তুমিযে ফুল নাহৰবে ৰেণু
মই এটি সৰাপাত—
বিহু গ'লে বিনাবা কাক ?

বিহুৱতী চৰায়ে বিহু বুলি ডালতে
মাতে কি অমাতৰ মাত ;
মইযে বিচাৰোঁ মাতিব তোমাক
তোমাৰে শীতলী ছাঁত—
বিহু গ'লে বিনাবা কাক ?

ৰেণু উৰি উৰি পাহি সৰি সৰি
ওৰ হ'ব ক'ৰবাত ;
পামনে ঢলি মই পৰিলে তোমাৰ
মৰমে পৰশা হাত ?
বিহু গ'লে বিনাবা কাক ?

আজি বিহু বিহু কালি বিহু বিহু
বিহুৰে বিৰিণা পাত
আহিছিলোঁ ময়ো বিহু বিহু বুলি
বিহু লাগিছিলে গাত
বিহু গ'লে বিনাবা কাক ?

॥ ৩৪ ॥

মোৰে আইব এইখন চম্পাৰে ফুলনি
ধৰণী গোন্ধে আমোল মোল,
নাহৰে শাৰী শাৰী টগৰে শাৰী শাৰী
সোণপাহি কেতেকী ফুল

সৱাতোকৈ শুৱনি আমাৰ বায়ে-ভনী
মাতে পতি মৌ-মিঠা জোল,
হাতে পাঁজি কটা চেঙেং ছকঠীয়া
সপোনৰে বচা ন ন ফুল।

এইখন ঐ ফুলনি সবগতকৈ শুৱনি
দেৱতাৰো ধ্যান আদি মূল,
হিয়াই হিয়া গঁথা আমি অসমীয়া
তাহানিৰে চেনেহৰ দোল।

॥ ৩৫ ॥

অ' আমাৰ দেশৰ আকাশৰে
জোনে-বেলি ভৰা অ'
জোনে বেলি ভৰা,
আমাৰ ফুলৰ দেশৰ বা ছাটি
হিয়া শাঁতে কৰা অ'
হিয়া শাঁতে কৰা অ'
গোন্ধে মনেহৰা ।

আমাৰ দেশৰ মাটি অ'
আমাৰ দেশৰ পানী অ'
আমাৰ দেশৰ পানী
চহকী এই দেশখনি
তাহানিৰে পৰা অ'
তাহানিৰে পৰা অ'
ধনে-ধানে ভৰা ।

কোনেও নেসাজেঁাতে অ'
কোনো নোপজেঁাতে অ'
কোনো নোপজেঁাতে
বিনন্দীয়া জগতখনি
চকুত চমক লগা অ'
চকুত চমক লগা অ'
আমি নিজে গঢ়া ।

অসমৰ গুৱনি জীয়াৰী বোৱাৰী
কাণত মিনাকৰা কেক,
ডিঙিত সাতেসৰী বুকুত জোনবিৰি
হাতত সোণৰ গাম-খাৰু।

মুখৰ মৌৰে সৰা মাতে ঐ অমিয়া
হাতত বনে কামে লগা,
খোজত ফুলে ফুলা হাঁহিত বয় নিজৰা
সোণত যেনে সুৱগা।

কঁকালৰ গুৱনি মুগাৰে মেখেলা
আঁচোৰ ফুলে বচা বিহা,
গলধন গুৱনি লাহতী খোপাটি
কিনো যে মনে ঐ মোহা।

দুহাতৰ গুৱনি ৰঙাকৈ জেতুকা
হিয়াত প্ৰণয়ৰে ৰেখা,
গাই যা গীতে তোৰ নাচি অ' বলিয়া
কলিজাৰ তেজেৰে লিখা।

॥ ৩৭ ॥

জেতুকা বোলেৰে বোলাম হাত লাৱণী
কেকৰে জিলিকাম কাণ,
কঁকালত টঙালি মাৰি লৈ লগৰী
কাটিম পথাৰৰে ধান সোণোৱালী
কাটিম পথাৰৰে ধান।

বাতিতে উলিয়াম চেলেং ছকটীয়া
ফুলে বছা বিঙ্কান,
বগৰ বেলিকা যাম আগেবাঢ়ি
দেশৰে ৰাখিমে মান যুগমীয়া
দেশৰে ৰাখিমে মান।

বুকৰে অমিয়া বিলাম মোহনীয়া
সাদৰৰে সমিধান,
খোজতে ফুলামে ফুলে সৰগৰে
উলাহত নাচিব প্ৰাণ মতলীয়া
উলাহত নাচিব প্ৰাণ।

বনগীত সুৰীয়া মোৰে সেউজীয়া
বহুল বিহুতলিখন,
দিওঁ থাকক আৰু হ'ই সেউজীয়া
মোৰে পৰমায়ুৰণ।

এইখন বনবে আয়ে মোৰ শিকোৱা
মৌৱে বৰষা বচন,
ভাবৰে সঁফুৰা ৰসবে নিজৰা
গোন্ধে অগৰু চন্দন।

অ' মোৰ হেৰুৱা বুকৰে কৱিতা
আঁচলৰ গাঁথিৰে ধন,
আজিও ঢাকুৰি কান্দো মই বিচাৰি
উজাৰি এইখন বন।

অ' মোৰ পুৰণি সন্নাতকৈ গুৱনি
কৱিতা ফুলনিখন,
মৰি মৰি জনম পাবলৈ বিচাৰো
চায়েনো থাকিবৰ মন।

॥ ৩৯ ॥

অ' আমাৰে গাঁওখন ন কৈ গঢ়িম
ছিয়াৰে মৰম ঢালি ;
মৰমে বোৱাব চকুলো দুখাৰি
হিয়া ভাঙি আঁকোৱালি ।

আমিয়ে বান্ধিম মনৰে জোনাক
ঢালি পথাৰৰে আলি ;
আমিয়ে কাটিম ধানে সোণোৱালী
মৰমী হিয়াৰে মিলি ।

কৌটি কলীয়া অ' আমাৰে নামেঘৰত
নামৰে জাউৰি তুলি ;
বাপুজীৰ মূৰ্ত্তি পূজিম ভকতিৰে
জয় ৰাম কৃষ্ণ বুলি ।

আমাৰে গাঁৱৰ গুৱনি পদূলি
জোনাকৰে জিলিমিলি,
যাউতি যুগীয়া গাঁৱৰ মানে ৰাখি
আমিও মৰোঁ এবেলি ।

।। ৪৭ ।।

কিহেনো লগাব ভালে মোৰ মনত
কিহেনো লগাব ভাল ;
আনি দে আনি অ' হিয়া মোৰ জুৰোৱা
ঢোলে-টকা-পেঁপা-তাল
সেয়ে মোৰ লগাব ভাল ।

সোণৰে থুৰীয়া অতিকৈ ধুনীয়া
তেজেগোৰা ৰঙা গাল ;
ভঁৰালৰ গুৱনি এমুঠি লখিমী
চোতালৰে তাঁতেশাল
সেয়ে মোৰ লগাব ভাল ।

পদূলিৰ শুৱনি ডেকা ঐ গাভৰু
ঘৰেভৰা পৰিয়াল ;
চাওঁ হেঁপাহতে মৰোঁ মৰমতে
তিয়াই চকুলোৰে গাল
সেয়ে মোৰ লগাব ভাল ।

॥ ৪১ ॥

আমি অসমৰে অ' জীয়ৰী বোৱাৰী
কপালে ৰঙে চৰা ;
কঁকালৰ গুৱনি মুগাৰে মেখেলা
হিয়াত মৰমে ভৰা
মাতত মৌৰে সৰা ।

পথাৰৰ গুৱনি সোণালী ধাননি
হাতৰে গুৱনি কাচি,
আমাৰে লগৰী ৰংমাই ৰচকী
আহিছে আজিও নাচি ।

আমিয়ে বীৰৰ জীয়ৰী বোৱাৰী
কাপত মিনা কৰা কেক
ডিঙিত সাতেসৰী বুকুত জোনেবিৰি
হাতত সোণৰ গামে-খাৰু ।

আমিয়ে ৰচিম চালি দি পোহৰ
নকৈ পৃথিৱীখন ;
কোটি কলীয়া আমি অসমীয়া
নাচে উলাহতে মন ।

॥ ৪২ ॥

অসমৰ গুৱান                    শিপিনী গাভৰু
সপোনৰে ফুল বছা,
আজিও জিলিকে                    পাট মেজাঙ্কৰী
অতীতৰ কাহিনী বচা।
চোতালৰ গুৱনি                    তাঁত ঘৰে ঘৰে
বুটী আয়ে পাজি কটা;
নিজেও পিন্ধিলে                    আনকো পিন্ধালে
পুহি পাট, এড়ি-মুগা।
মাকোনো লেখীয়া                    হাতে ঐ চুখনি
ভৰিতে গৰকা লগা,
চেনেহৰ বোৱা                    চেলেং চুকঠীয়া
বগলী পাখি যেন বগা।
আজিও পিন্ধাৰ                    মুগাৰে চুৰিয়া
যদিও জুপুৰি পঁজা,
আয়ে বৈয়ে দিয়া                    বিহুৱানখনি
হ'ব বিজয়ৰে ধ্বজা।

॥ ৪৩ ।

আয়ে দিয়া অ'. মোৰ চেনেহৰ বিহুৱান
বিহুৱান বিহুৱান;
বাজি উঠা ৰণ-ভেৰী বিজয়ৰ অভিমান
চেনেহৰ বিহুৱান।

সপোনৰে বছা ফুল বাৰে বৰণীয়া
দহিত অগনি শিখা মন্ত্ৰ সেউজীয়া
বজ্ৰ-শক্তি চুৰাচুৰ যুগে গোৱা জয়গান
চেনেহৰ বিহুৱান।

বিহুৱানে দিব আনি শান্তি জগতৰ
আঁকিম নতুন ছবি নৱ প্ৰভাতৰ
কয় শতিকাই হিয়া ভাঙি আওৱান আওৱান—
চেনেহৰ বিহুৱান।

॥ ৪৪ ॥

অ' বোলো বৈ যা, বৈ যা—
আহুকে বাৰিষা কাটকে পাত
বৈ যা ভিনিহি খাই যা ভাত।

পোৱায়েই পালে নোপোৱা মৰিলে
তলে তলে এন্দুৰৰ গাঁত;
তেতিয়াও হ'ব নিত্যৌ একাদশী
পেটুৱাবে হ'ব ৰাজপাট!

কেলেই বোৱালা শান্তিৰে নিজৰা
পিছল বাৰিষাৰে বাট;
পাতিছা যিখনি ভুৱাবে ভাওনা
হাঁহোতে দেখিছোঁ দাঁত।

কি হ'ব কৰিলে মৰা শ শুচি
ছটিয়াই শান্তি গাত,
পালো চিনি পালো নেলাগে বুলাব
গাত মৰমৰে হাত।

॥ ৪৫ ॥

আজি ই ৰঙালী বিলবে ধেমালি
কোনে দিয়ে কোনে আনি?
উতলা কৰিলে এখনি হিয়াৰ
প্ৰীতিৰ সুষমা সানি।

আয়ে দিয়া মোৰ বিহুৱানখনি
মচি চকুৰ পানী,
জীয়াই থকাৰ যাউতি যুগীয়া
চেনেহ-আশীষ দানি।

তোমাক নাপালে মৰোঁ হান হানি
অ' মোৰ কবিতা-বাণী;
শত সাধনাৰ মাতৃভাষা মোৰ
বুকুৰ অসমবাণী।

॥ ৪৬ ॥

অ' ভৈয়ামৰে গৰখীয়া ল'ৰাটো
অ' গৰখীয়া ল'ৰাটো
সুৰৰে সুৰদি বজাৱ
কি সুৰে তোৰ পেঁপাটো—
অ' গৰখীয়া ল'ৰাটো
নাচিম ছেৱে ছেৱে
সমনীয়া—
ফুলে হৈ পাহি ৰঙা
ৰৰণীয়া
মনৰে কাৰেঙত মোৰ
কৰিনে কথাটি তোৰ
জোনবাই লগৰে অ'
চেনেহৰে তৰাটো
অ' তৰাটো ।

॥ ৪৭ ॥

বজাৰে কাৰেঙৰ অ'
কি সপোন দেখিলি
নাগিনী ছোৱালী
ৰূপে মনোহৰ ঐ ।
চাই কি আছিলি অ'
হাৰিৰে হৰিণী
আজলী নাগিনী
জোনৰে পোহৰৰ
মুখেনো কোঁৱৰৰ
কি সপোন দেখিলি তই ।
চাও কি নেচাওঁতে অ'
মুখলৈ এবেলি
ভাতে পৰি গ'লি
কিয়নো আউলী
হ'লি তই বাউলী
বিজুলী ধৰিবলৈ ।

॥ ৭৮ ॥

পৰ্বতৰ আজলী নাগিনী ছোৱালী
গুৱনি গছৰে তল.
হাঁহে খিলে খিলাই ৰূপে জিলেমিলাই
কোঁৱৰৰ মনেনো গ'লে মোৰ দেউতা
কোঁৱৰৰ মনেনো গ'ল ।

চাই মোৰ ভাইটি না' ধাই মাক লাহৰী
ঘিলা খেলিবৰে হ'ল এ
ঘিলা খেলিবাৰ হ'ল
সোণৰে ঘিলাটি কেনেকৈ হাৰিলে
নাগিনীৰ কোঁচতে ৰ'ল ।

কিহেৰে ভাঙিবা বোহেনো দেউতা
বিয়া পাতিবৰে হ'ল এ—
বিয়া পাতিবাৰে হ'ল
বোহেনো ঘৰতে কোঁৱৰ নাইকিয়া
নাগিনীৰ লগতে গ'লে মোৰ দেউতা
নাগিনীৰ লগতে গ'ল ।

॥ ৪৯ ॥

চেনাইলৈ মনত ঘনে ঘনে পৰে
লুইতৰ পাৰৰে আঁহতৰ তলতে
চেনেহৰ চকুলো সৰে ।

তগৰৰ তলতে মহুৰা কুৰাওঁতে
গোন্ধে প্ৰাণ উতলা কৰে
জুৰকৈ বলোতে মলয়া বা ছাটি
বুকৰে কাচলি উৰে ।

বিহুৱতী চৰায়ে কৰে বিহু বিহু
মনে উক উক কৰে
চকুৰে আগত চেনাইৰে মুখনি
হাঁহি মনে-প্ৰাণে হৰে ।

॥ ৫০ ॥

আমৰে মন পেলাবৰে হ'ল,
কুলিবাই কেতেকী নামতী হ'ল;
গোন্ধৰে সঁফুৰা লৈ ফাগুনীয়ে
কিহৰনো জাননী দিবলৈ গ'ল
কুলিবাই কেতেকী নামতী হ'ল।

গুলাল কাচি পাৰি বৰচকী পখিলা
আঁকি লৈ মিলন ছবি যুগল
আমাৰে সখীক দেখি ফুলনিতে
গুপুতে সহঁাৰি দি থৈ গ'ল।
কুলিবাই কেতেকী নামতী হ'ল।

ববাগীৰ বীণতে কি সুৰ বাজিলে
নাচি নাচি ৰঙত বলিয়া হ'ল;
চাবলৈ মন গ'ল কিনো জলে মল
জোনৰে পোহৰ ওৰণিৰ তল
কুলিবাই কেতেকী নামতী হ'ল।

॥ ৫১ ॥

বহাগৰ বান্ধৈ অ' মোৰ
আহিব ই বেলি মনৰ বিহুতলি
হৰষে কৰিব পুৰ।
চাইনো হাঁহিব অ'
জোনে একোবেলি ফুলে পাহি মেলি
চালি বা গোন্ধে বুকুৰ
আহিব আহিব হিয়াতে তুলিব
পৰাণৰ উতলা সুৰ।
বুকৰে বঁটাতে অ'—
দিন মৰমৰে জীৱন জনমৰে
প্ৰেম গুলগনি মোৰ,
প্ৰেমৰে চাৱনি প্ৰেমৰে মু'খনি
চাই হিয়া কৰিযে জুৰ।

॥ ৫২ ॥

অ' পৰ্বতৰে হৰিণীজনী খুঁৱৰি তই খুঁৱৰি
ভৈয়ামলৈ কান্দিলি চাই
এনে কিনো জগৰে লগালি কাৰ আজলী
শতুৰু তোৰ শালিসে হায়
ভৈয়ামলৈ কান্দিলি চাই।

হেঁপাহ তোৰ পলাল নে অ'
যোৰে পাতি তুৰবীৰ
আগেনো ঐ কামুৰি খায়,
বিচাৰি যে নেপালি হেৰুৱা তোৰ মাণিকটো
থলে বননিয়ে লুকুৱাই
ভৈয়ামলৈ কান্দিলি চাই।

কেনেকৈ কটাবি অ'
এইটো জীৱনৰ
জ্বলা জুইকুৰা ফুৱাই;
তোৰে কেঁচাসোণৰ হিয়াৰে ঐ মৰমে
হিয়া পুৰি কৰিব ছাঁই
ভৈয়ামলৈ কান্দিলি চাই।

॥ ৫৩ ॥

বাৰীৰ লাই এ মইনা শাকে কুমলীয়া
বাৰীৰ লাই এ মইনা শাক
আমাৰে বোপাদেউৰ মনে কুমলীয়া
সকতে মৰিলে মাক পাটে মাদৈ
সকতে মৰিলে মাক।
ফুলৰ কুমলীয়া পাহি অ' মইনা
ডালৰ কুমলীয়া পাত
পাতৰে আঁৰতে বোপাদেউৰে মাতে
বুলাই গ'ল কোনেনো হাত লাহেকৈ
বুলাই গ'ল কোনেনো হাত।
আনি দে অ' আনি ধাইমাক অ' কাণী
বুলাই গ'ল কোনেনো হাত,
সোণৰ পালেঙতে ঘুমটি নাহিলে
লাগিল কি বাইজাই গাত বোপাদেউৰ
লাগিল কি বাইজাই গাত।

॥ ৫৪ ॥

ভব ছুপৰীয়া ছুটি হৰিণীৰ
মাজতে এখনি নৈ,
চাই চাই চকুতে চকুলো শুকালে
বুকতে তৃষ্ণা লৈ
ছুটি হৰিণীৰ মাজতে এখনি নৈ।
হমুনিয়াতে চাপৰিৰ বুকতে
জ্বলিলে অগনি ঐ,
ইপাৰৰ মলয়াই ঢালিলে পোৰণি
সিপাৰৰ হিয়াতে গৈ
ছুটি হৰিণীৰ মাজতে এখনি নৈ।
ভব ছুপৰীয়াৰ এখনি ভবা নৈ
বয় কল কল কৈ
কতনো হিয়াৰ তৃষ্ণা অনন্ত
যায় যে হিয়াতে বৈ
ছুটি হৰিণীৰ মাজতে এখনি নৈ।

॥ ৫৫ ॥

মোৰ যাবৰে অ' পৰতে শুনাবা কাণতে
বিহুৰে একাকি নাম
নাচিবা এবেলি বাংচালী বজিলী
মচি দুগালৰে ঘাম
শুনাবা কাণতে বিহুৰে একাকি নাম ।
বুকুতে দিবা মোৰ নাহৰে কেতেকী
এখনি ঐ বিহুৱান
কপালে বণ্ডাকৈ ফোটটি মাৰিবা
জিলিকাই কেঁকৰে কাণ
শুনাবা কাণতে বিহুৰে একাকি নাম ।
আগতে দিবা মোৰ আনি ঐ পেঁপাটি
হেঁপাহে পলুৱাই চাম
মৰমৰে এই বিহুতলিখন
তাক ঐ ক'লেনো পাম
শুনাবা কাণতে বিহুৰে একাকি নাম ।

॥ ৫৬ ॥

জুৰ্ জুৰ্ জুৰ্ অ'
জুৰ্ জুৰ্ জুৰ্
লুইতৰ পাৰৰে মলয়া বতাহে
কৰি যায় হিয়া অ' জুৰ্
বগাকৈ বগলী কুকুৰাৰ কিৰীলি
দূৰণিৰ বাঁহীৰে সুৰ
পৰ্বতৰ বুকৰে বাযে-ৰৰণৰে
ফুলৰ গোন্ধে ফুৰ ফুৰ
কৰি যায় হিয়া অ' জুৰ ।
কাষতে পাগৰি জীয়ৰী বোৱাৰী
হিয়াৰে সোণালী ডুৰ
মুখতে বনগীত কিনো যে সুললিত
সুৰৰে অমৰাপুৰ
কৰি যায় হিয়া অ' জুৰ ।

॥ ৫৭ ॥

অ' মইনাৰে পদূলিতে ফুলিলে কি ফুলে বঙা
গোন্ধে আমোল-মোল
নাচি নাচি বতাহতে জাকে জাকে পখিলাবে
পাতে পাতে দিছে আহি দোল ।
মইনাৰে মু'খনি অভিকৈনো শুৱনি
দুহাতৰে শুৱনি জতুকাৰে বোল—
আউলী নো বাউলী দিবলৈ কাকে বুলি
মুঠিতে লৈ থুৰীয়া তামোল ।
কোনেনো দি গ'ল আঁকি বুকতে ৰামধেনু খনি
মনে মতলীয়া কৰি ভাৱতে বিভোল
উচুপি ঐ উচুপি দুচকুৰ যি ডুটুপি
মুচিলে লৈ বুকুৰে আঁচল ।

॥ ৫৮ ॥

লুইতৰ বুকুৰে অ' থৌকি-বাথৌ
জিলমিল্‌ ৰূপালী ঢৌ
যায় অ' ৰূপহী কাষতে কলসী
মুখতে মৰমী মৌ
থৌকি-বাথৌ জিলমিল্‌ ৰূপালী ঢৌ ।
চাপৰিৰ শুৱনি জাকে ঐ হৰিণী
পৰ্বতৰ শুৱনি মিৰি চাঙেখনি
লৈ যায় বতাহে থনে ক'ৰবালৈ
বুকৰে যাচি পুতৌ—
থৌকি-বাথৌ · ··· ··
কোনে হিয়া ফালি দেখুৱালি
ক'ৰ পাতালৰে তলি অ' শীতলী
পামনে মৰিব হিয়া মোৰ ফালি
ঢলৰে বুকুতে সৌ
থৌকি-বাথৌ.........

॥ ৫৯ ॥

নাহৰৰ গোন্ধালে ভল অ' বলিয়া
ভগৰৰ গোন্ধালে ভল,
বা বিব্ বিব্ বিব্ মলয়া বতাহে
সবাসে আমবে মল।

কুউ কু কলীয়া কুলিটি বলিয়া
মনটো উতলা হ'ল
কোনেনো সখীব ভাবৰে বোজাটি
হিয়াত জাপি দি গ'ল।

আকাশো উতলা হ'ল অ' বলিয়া
বতাহো উতলা হ'ল
টুং টুং টুং তোব বাঁণেখনি বাই
ফুলৰে সভালৈ ব'ল।

॥ ৬০ ॥

ৰবনৈ গুৱনি ভৰা বুকুখনি
ফেনে ফোতকাৰে ঐ
নেযাবি পিলিঙা নাৱে তোব টুলুঙা
হিয়া মোৰ উকণ্ডা কৈ।

দেখি কঁপে হিয়া ডকা-চাকনৈয়া
বুজিব নোৱাৰি ঐ
নেলাগে নিদিবি নাৱে তোৰ পাৰি
সাগৰে মুৱানোকৈ----
হিয়া মোৰ উকণ্ডা কৈ।

শুনি মোৰ হিয়াত মেঘৰে গাজনি
উঠেনো কঁপনি ঐ
হিয়াতে পাবি মোৰ মাণিকে মুকুতা
নেযাবি ভটীয়াই তই
হিয়া মোৰ উকণ্ডা কৈ।

॥ ৬১ ॥

বলিয়া অ' বলিয়া টিহিটি টিহিটি
বিহুৰে নেপাবি বা
ধিনিকি ধিনদাও সিপাৰে মিৰিগাঁও
লুইতৰ নাচিছে গা
টিহিটি টিহিটি বিহুৰে পেঁপাটি বা।
নাহৰৰ নাচিছে গা ছেৰে ছেৰে
ভগবন নাচিছে গা,
বিহুৱতী চৰায়ে বিহু বিহু বুলি
ৰঙতে নাচিছে চা—
টিহিটি টিহিটি··· ··· ···· ।
বা অ' বলিয়া নতুনৰ সুৰেৰে
বিহুৰে পেঁপাটি বা
ৰঙত ৰঙালী কঁকালত টঙালি
খোজে পতি আগুৱাই যা——
টিহিটি টিহিটি ···· ··· ·· ।

॥ ৬২ ॥

অ' শেৱালিনো তলৰে সোনালী ঐ বাতিৰে
সেউজীয়া ভুবনি বন
জোনৰে ঐ জেউতিৰ চেঁচাকৈনো চুমাটি
নিয়ৰৰ চকুলোকণ
অ' সেউজীয়া ভুবনি বন।
কালৈনো পাৰিলি বুকৰে ঐ মাজৰ
কোমলকৈ দলিচাখন,
বুকৰে তোৰ বিলালি গোন্ধে মৃদু সুৰভি
কৰি মন-প্ৰাণ উচাটন
অ' সেউজীয়া ভুবনি বন।
ঢালি দে অ' ঢালি দে ৰঙাকৈনো মৰমৰ
ওঁঠৰে ঐ অমিয়া কণ;
মৰোঁ মই তোৰ কোলাতে আজিৰ এটি গীতভে
মোৰে যে ঐ সেউজীয়া মন
অ' সেউজীয়া ভুবনি বন।

॥ ৬৩ ॥

মোৰ আজিও জ'     পুৱাতে পৰেহি মনতে
বিহুৰে একাকি নাম,
ৰিণি ৰিণি সৰু     গুৱনি গাঁওখন
দৰণিৰ এখনি পাম
পৰেহি মনতে বিহুৰে একাকি নাম।

বিহুৰে নুপুৰে     বেলিটি গুলাপ
ৰঙতে চাপৰি বাম.

লাজুকী উষাৰ     লাজতে গুকাৰ
গালৰে গোলাপী ঘাম—
পৰেহি মনতে ··     ।

পথাৰৰ মাজতে     পানী লৈ আহোঁতে
আজিও লাহৰীক পাম,
আজিও তাহানিৰ     সিফাকি সুৰকে
হিয়া ভাঙি ভাঙি গাম—
পৰেহি মনতে … · … ।

॥ ৬৪ ॥

অ’ বান্ধ, মৰো যেনে লাগে ক’ত ?
লুইতৰ শুৱনি ৰূপহী মাজুলী
মৰোঁ যেনে লাগে তাত তুপৰীয়া
ৰই যা হেৰ কৰে নাৱৰীয়া
খাই যা এমুঠি ভাত তুপৰীয়া
মৰোঁ যেনে লাগে তাত ।

বাঁহৰে শুৱনি আগে ঐ লেকেচি
পাৰে কপৌ যৃবি তাত
পথাৰৰ শুৱনি সোণালী ধাননি
গছৰে এধানি ছাত তুপৰীয়া
মৰোঁ যেনে লাগে তাত ।

পৰ্বতৰ শুৱনি টিং বিণি বিণি
নিজানৰ নিৰলা ঘাট

দূৰৈৰে শুৱনি গাঁও অচিনাকি
চেনেহৰ এষাৰি মাত তুপৰীয়া
মৰোঁ যেনে লাগে তাত ।

॥ ৬৫ ॥

দূৰণিৰে মলয়াই
বননিতে বা বলাই
ধীৰে ধীৰে নাচিয়ে যায়,
কোনেনো মোৰ হিয়াতে
প্ৰাণৰে ঐ মাজতে
বনগীত একাকি গায়।

বগাকৈনো বগলী
উৰি যায় সৌ গধূলি
আকাশৰে হিয়া শুৱাই,
মনে যে মোৰ বিচাৰে
ডাৱৰৰ ঐ সিপাৰে
ধুনীয়া দেশখনি হায়।

কোনেনো মোক ৰিঙিয়াই
বাওৰি তাৰ দিয়ে যায়
দুকূল হিয়াৰে কঁপাই
মনেনো মোৰ লৈয়ে যায়
পোহৰে তাৰ দেখুৱাই
হিয়াৰে নাওখনি বাই।

।। ৬৬ ।।

পৰ্বতৰ হৰিণী আহে ভৈয়ামলৈ
এখুজি দুখুজি কৈ,
এডালি দুডালি সেউজী দুবৰি
খায় যে কামুৰি ঐ
এখুজি দুখুজি কৈ।

নিজৰাৰে পানী খায় যে এধানি
চমকি থমকি বৈ,
দূৰণিৰ আঁৰতে জিৰণি বিচাৰি
খন্তেক জিৰাই গৈ
এখুজি দুখুজি কৈ।

গ'লগৈ গধুলি বনৰে হৰিণী—
গছৰ তলে তলে বৈ
ভৈয়ামৰ বুকুতে বিষাদৰে এটি
করুণ বিননি থৈ—
এখুজি দুখুজি কৈ।

।। [illegible] ।।

অ' কি সুৰ বাজিলে বাঁণত তোৰ বলিয়া
কি সুৰ বাজিলে তোৰ
সুৰেৰে মচিলি বেজাৰৰ চকুলো
দুখৰে কিবাঁলি ওৰ।

গছৰে তলতে সুশীতল ছাঁতে
হিয়ানো কৰিলি জুৰ
বতাহত শুনি কাৰ মিচিকি হাঁহিলি
ৰুণ্‌জুণ্‌ ধ্বনি নেপুৰ।

লুইতৰ বুকুৰে ৰূপহী সুঁতিৰে
ঢৌৱে লেখি লেখি তোৰ
মনেনো নাচিলে দিবলৈ এৰেলি
চউৰে লগতে বুৰ।

॥ ৬৮ ॥

তো' পৈপাত কি তুলিলি অ' সুৰ গৰখীয়া
পৈপাত কি তুলিলি সুৰ,
মনতে পেলালি পাহৰি অহা
লাহৰী গাঁওখনি মোৰ মৰমৰে
লাহৰী গাঁওখনি মোৰ ॥

ঘাটো মোৰ লাহৰী বাটো মোৰ লাহৰী
পথাৰো লাহৰী মোৰ
আঁহতৰ তলৰে বা ৰিব্ ৰিব্ ৰিব্
এছাটি মলয়া জুৰ ছুপৰীয়াৰ
এছাটি মলয়া জুৰ
মনতে পেলালি .... .. ... ।

পৰ্বতৰ নামনিৰ নাহৰৰ তলতে
সকৈ পঁজাটি মোৰ
ভাগিলে লবলৈ নেপাওঁতে জিৰণি
আছি অ' ধুমুহা মোৰ
মনতে পেলালি ... .... .. ॥

আজিও মোৰ বাজে মনৰে পৈপাটিত
তাহানিৰে এটি সুৰ
দি যা দি মোৰ ক'ৰে গৰখীয়া
চকুলো মচি ছচকুৰ বুজনিৰ
চকুলো মচি ছচকুৰ
মনতে পেলালি .... .... .... ।

।৬৯॥

কেলেই ফুলিলি ডালে ভৰি ভৰি
অ' ৰূপহী মদাৰ
গুৰুতো নেলাগ ভকততো নেলাগ
ফল কি জনম ধৰাৰ
অ' ৰূপহী মদাৰ ।
কোন পূৰ্ণিমাৰ জোনায়ে যাচোঁতে
জেউতি প্ৰীতি চুমাৰ
শাপিলে মুখলৈ নেচাওঁতে এবেলি
কৰোঁতে গৰব্ব হিয়াৰ
অ' ৰূপহী মদাৰ ।
ডালতে পৰি তোৰ এযুৰি কপৌ অ'
লগাই মনতে বেজাৰ
মোৰেনো মনতে পৰে কাৰ মুখনি
ঠিক তোৰেনো দশাৰ
অ' ৰূপহী মদাৰ ।

॥৭০॥

বৰনৈ গুৱনি সৰু নাওখনি
কোনে পালে তৰি যায়,
মোৰেনো হিয়াতে দূৰ দূৰণিৰে
কোনে গীত একাকি গায় ।
আজিও গধূলি বগাকৈ বগলী
পাখি মেলি উৰি যায়,
শুকুলা মেঘৰ আঁৰতে লুকাই
কোনেনো হাঁহিয়ে চায়
কোনে পালে তৰি যায় ।
আজিও মলয়া আহুতৰ পাততে
নাচি নেপুৰে বজায়,
(মোৰ) কোনোৱা কাহানিৰ ওমলা স্মৃতিয়ে
চকুলো সৰালে হায়
কিবা যেনে আজি নাই ।

॥ ৭১ ॥

লুইতৰ শুৱনি অ' চেনাইৰ নাৱেখনি
উতলা কৰে হিয়া,
ঢৌৱে খেমেলীয়া বঙতে দি যায়
মৰমৰ এটি চুমা।
বালিতে পৰি নাচে বালিমাহী
মনে উরু উরু উৰণীয়া,
বুকতে দি যায় বুকু ভাঙি মোৰ
বুকৰে এটি গুমুনিয়া।
বালিৰে বাবৰি বঙাকৈ খাগৰি
বতাহতে নাচে বিৰিণা
এইখন বালিতে সাজি দিবা চিতা
মৰণৰে সিদিনা।

॥ ৭২ ॥

ভগবৰ এপাহি কেতেকীৰ এপাহি
খোপাতে পিন্ধাম হাঁহি,
তোমাক চাই চাই বজামে বিনাই
বিজুস্থৰীয়া বাঁহী মোৰ চেনেহী
বিজুস্থৰীয়া বাঁহী।

বুঢা লুইতেও নাচিব এবেলি
বিহুটিকে আঁকোৱালি,
বালিৰে বাবৰি বঙাকৈ খাগৰি
নাচিব বঙতে ভাহি মোৰ চেনেহী
নাচিব বঙতে ভাহি।

লুইতৰে বালি বগী ধকে ধকী
নাচে তাতে বালিমাহী,
মোৰে মন নাচিব বঙতে এবেলি
হ'বা ঐ লগৰী আহি মোৰ চেনেহী
হ'বা ঐ লগৰী আহি।

॥ ৭৩ ॥

জোনাকৰে পাতি হেৰাল হিয়া
আঁচলৰ গাঁথিৰে সোণে মোৰ আইদেউৰ
আঁচলৰ গাঁঠিৰে সোণ
ফুলনিৰ মাজতে মলয়াৰ লগতে
সোমাইছিলে আজি কোন ?

কোনোনো পিন্ধাই গ'ল ৰূপে ধাৰ বিজুলী
আইদেউ মোৰ আজলী আছিলে উমলি
চাই চাই হুগালে চকুলো সপালে
কোন আকাশৰে জোন ?

ফুলেনো বিন্ধিলে পাৱে কুমলীয়া
পাৰতে বুৰিলে নাৱে হেঙুলীয়া
নাৱে হেঙুলীয়া ব'ঠা হেঙুলীয়া
পাৰতে বুৰিলে নাৱে হেঙুলীয়া
হেৰাল কি বিচাৰি চাওঁ মোৰ দেউতা
আহাচোন এবাৰলি আহাচোন ।

॥ ৭৪ ॥

অ' ক'ৰে মইনা ৰূপহী    ফুলে মইনা চুপহি
ক'ৰে মইনা ৰূপহী তই,
আহনো মোৰ পদূলিৰ    যাৱনো মোৰ পদূলিৰ
খচকিনো তুৱৰি ঐ ।

মু'খনি তোৰ পূৰ্ণিমাৰ    জেউতি অ' চন্দ্ৰমাৰ
জল মল মুকুতা চকুযুৰি ঐ,
গালৰেনো গোলাপী    মৰমৰে চুমাটি
মৰমতে আনিলি কালৈ ।

কোনোবা ঐ কাহানিৰ    মু'খনি মোৰ লাহৰীৰ
মনতেনো পেলালি তই,
আজিও মোৰ লাহৰী    আছে যেন ঐ গধূলি
পদূলি মোৰ জুৰনি কৈ ।

॥ ৭৫ ॥

দিম হিয়া ফালি ফালি অ'
খোপাত কেতেকীৰে
পাহি হেঁপাহৰে—
হাতত দিম জেতুকাৰ
বোলে মোৰ কলিজাৰ
তেজে ঢালি ঢালি অ' ।

দিম ডিঙিত হাৰে গাঁথি অ'
নাহৰৰ এপাহি
তগৰৰ এপাহি
আকাশৰে আনি
গাঁথি জোনেৰিৰি
হিয়া কৰি জোনোৱালী অ' ।

তেও যদি নপলাই অ'
তেও যদি নপলাই
হেঁপাহ মোৰ চাই চাই
মণি দিম হুচকুৰ গাঁথি
মাদলি কলিজা কাটি
চেনেহ আকোৱালি অ' ।

॥ ৭৬ ॥

কৌটি-কলীয়া অ' মোৰ
বনগীত সুৰীয়া অ' মোৰ
শুৱনি ফুলনিখন,
কোনে দিব আনি অ' মোৰ
মচি চকুপানী অ' মোৰ
হেৰুৱা বুকৰে ধন।

তাতেনো আছিলে অ' মোৰ
যৌৱন জাগিছিলে অ' মোৰ
ছুবৰিৰে কোলাখন,
বুকৰে পোৰণি অ' মোৰ
লাহৰীৰ মুখনি অ' মোৰ
ভাবৰে সুৰভিকণ।

কোনে গায় দৰণিত অ' মোৰ
একাকি বনগীত অ' মোৰ
সুৰৰে সুৱদিকণ
আজিও ঢাকুৰি অ' মোৰ
যৌৱন মাধুৰী অ' মোৰ
জাগে সেই উজাবিবন।

॥ ৭৭ ॥

ৰূপত ৰঙে চৰা খোজত মাণিক সৰা
পৰ্বতৰ জীয়ৰী অ' আমি ৰূপকুঁৱৰী
আমাৰে লগতে যায় যে উমলি
বনৰে কুঁৱৰী অ' আমি ৰূপকুঁৱৰী ।

আমাৰে হিয়া, ৰূপালী ঢৌ
ওঁঠৰে অমিয়া মাধুৰী মৌ
সাগৰে বলিয়া পাবলৈ এবেলি
লবলৈ সাদৰি অ' আমি ৰূপকুঁৱৰী ।

হাতৰে শুৱনি মৃণালৰে খাৰু
বাণত সোণে বলি পদুমৰে বেৰু
আঁচলতে আহি পখিলাৰ জাক
পৰে উৰি উৰি অ' আমি ৰূপকুঁৱৰী ।

চাপৰিৰ বুকে হৰিণীৰে জাক
কোনেনো ধৰিব পাৰে অ' তাক
চাই থাক নেলাগে ধৰিব বলিয়া
ৰূপকে সুঁৱৰি অ' আমি ৰূপকুঁৱৰী ।

ইপাৰে সোণালী অ'    সিপাৰে সোণালী
পকাখানে নিদিয়ে বাট,
আজি সেই গাঁৱৰে    নেদেখোঁ কাকোকে
শুজনো কাৰোৰে মাত—

অ' মইনা সোলেং ঐ মৰিম তোমাক নেপালে
অ' মইনা সোলেং ঐ দিছিঙেনো দিপাঙে
অ' মইনা সোলেং ঐ নগাবেনো বৰে বিহ খায়।

উজনি বাইজৰে অ' নাই চিনে চাবে
পাতালে মেলিলে ফাঁট
বুকুতে সোপাকে সামৰি সুতৰি
সাগৰে বেহালে হাট....
অ' মইনা সোলেং ঐ.. .... ।

আবৰৰ চাঙতে    অ' আবৰীজনীয়ে
কান্দে ভৈয়ামলৈ চাই;
কপালখন ভাঙিলে    খেচেকি শিলতে
হিয়াখন উকঙা পায়—
অ' মইনা সোলেং ঐ. .... ।

বুকতে আছিলে    অ' বুকৰে লগৰী
বুকু মোৰ কৰিয়ে শাঁত;
লৈ গ'ল টকালি    পাৰি ক'ব বাইকৰে
বলিয়া পানীৰে গাত—
অ' মইনা সোলেং ঐ... ... ।

॥ ৭৯ ॥

পথাৰৰ মাজতে ভোগালী বিহুৰে
উকলি কিৰীলি ঐ,
বাজৈয়ে যাচিছে হিয়াৰ মাজৰ
মৰমে এবাটি লৈ ।
শহুৰৰ ঘৰৰে ওৰকৈ পিৰালি
চোতালৰ ৰ'দালি ঐ
উজাই নাৱে মেলি যায়ে ভিৰেৰিবাই
চেনায়ে চেনেহীক লৈ ।
আজি মোৰ মনতে পৰিছে তাহানিৰ
তোমাৰে মুখনি ঐ,
ঘৰৰে শুৱনি দেহাৰে জিৰণি
থাকিবা লখিমী হৈ ।

॥ ৮০ ॥

আতৈ মোৰ অনিৰাম আকৌ ক'ত লগে পাম
কাৰে গাম বিহুৰে নাম
আহিবনে আকৌ ঢোলে বাই ধনীৰাম
ৰঙতে চাপৰি বাম ।
অ' সোণাই মইনা ঐ বিহুনো থাকে মানে
অ' সোণাই মইনা ঐ বিহুকেযে বিনাবা
অ' সোণাই মইনা ঐ বিহু গ'লে বিনাবা কাক ?
আজিও মাতে সৌ পথাৰে বিভিয়াই
পেঁপাৰে সুৰটি লৈ
তাতে মোৰ আছিলে হেকৰা বুকুৰে
বনগীত একাকি ঐ—
অ' সোণাই মইনা······ ।
মৰো মই তাৰে ঐ সেউজী কোলাতে
উমলি এবেলি শুই
কোনে পতিয়াব কলিজাৰ মাজতে
জ্বলিছে যি কুৰা জুই
অ' সোণাই মইনা ঐ········ ।

॥ ৮. ॥

সোণৰে কলং মোৰ অ' কপৰে কলং মোৰ
কলং মোৰ হিয়াৰে সুৰ,
আজিও কোনে মোৰ হিয়াৰ পাৰে পাৰে
বাই সপোনৰে ভুৰ—

অ' সোণাই মইনা ঐ সোণৰে মোৰ কলং ঐ
অ' সোণাই মইনা ঐ কপৰে মোৰ কলং ঐ
অ' সোণাই মইনা ঐ আজিও কান্দে হিয়া মোৰ

ক'ৰে নাৱৰীয়া অ' চোৰে খুঁটি মাৰি
খাই গ'লে ৰান্ধি ভাত,
গাত দিয়ে গ'লে জ্বলা জুই একুৰা
মুখৰ দিয়ে গ'লে মাত ... ।
অ' সোণাই মইনা ঐ.. ।

আজিও তোমাকে অ' চাওঁ মোৰ লাহৰী
আজিও তোমাকে চাওঁ,
সপোনৰ সঁফুৰা গোন্ধে মনোহৰা
মাণিক পাৰে পাৰে পাওঁ.... ।
অ' সোণাই মইনা ঐ.. ... ।

'মইনা সাদৰী অ' নেযাবা পাহৰি'
কোনে মোক বিভিয়াই কয়
বুকুৰে জ্বলা জুইত কিয় ঘিউৰে ঢালি
কলং মোৰ আজিও বয়....... ।

অ' সোণাই মইনা ঐ.... ... ।

॥ ৮২ ॥

ভৰে ঢুপৰীয়া        ক'ৰে নাৱৰীয়া
ভটিয়াই মেলিলি নাও
পাৰতে উমলি        বালিঘৰে সাজি
এৰি থৈ আহিলি গাঁও—

অ' তৰা মাণিক ঐ আকাশৰে বিজুলী
অ' তৰা মাণিক ঐ নেথাকেনো উজলি
অ' তৰা মাণিক ঐ মৰিলে পাহৰি যে পেলায়।

এৰি থৈ আহিলি        গাঁও মৰমৰে
এৰি থৈ আহিলি গাঁও
বকৰে চুড়াটোত        কি মৌ আনিলি
গোন্ধে মৰমৰে পাওঁ—
অ' তৰা মাণিক ... ।

কেলেই আহিলি        ক'ৰে নাৱৰীয়া
বাই টুলুঙীয়া নাও
তোৰেনো লগতে        মোৰে নাৱেখনি
পাৰি দি মাজলৈ যাওঁ
অ' তৰা মাণিক ঐ ... ।

॥ ৮৩ ॥

অ' নীলাকৈনো আকাশৰ তলতে ঐ আমাৰে
সেউজীয়া বিহুতলিখন
লুইতৰ ঐ পাৰৰে জুৰেকৈনো মলয়াই
লৈয়েনো যায় ক'ৰবালৈ মন
সেউজীয়া বিহুতলিখন ।

কেলেইনো মুহিলা মনে মোৰ ঐ মোহিনী
কেলেইনো মুহিলা মন
এইখননো কপালত বিধতাই যে মৰমত
চুমাটি দি লেখিছে মৰণ
সেউজীয়া বিহুতলিখন ।

তোমাৰে ঐ গুৱনি মুখতে মই দেখিছোঁ
সেউজীয়া পৃথিৱীখন
প্ৰেমৰ মোৰ সুৰভি ৰূপৰে ঐ মাধুৰী
চায়েনো যে থাকিবৰ মন
সেউজীয়া বিহুতলিখন ।

॥ ৮৪ ॥

শিলত ঘূৰে মাৰি অ'　　　কান্দে নগা ল'ৰা
পৰ্ব্বতৰ তলতে বৈ
তেজত দেখা পালে　　　বণ্ডাকে পোৱালটো
আইদেউৰ ডিঙিৰে ঐ—

অ' সোণাই মইনা ঐ অকৰা নে অল্পৰা
অ' সোণাই মইনা ঐ পৰ্ব্বতৰে নগাটো
অ' সোণাই মইনা ঐ মৰেনো কেনেকৈ চোৱা ।

মৰিবৰ মনে গ'ল অ'　　　আইদেউৰ আগতে
বুকুখন মাঠিৰে হানি
দিবলৈ মনে গ'ল　　　কলিজাৰ তেজেৰে
হুহাতে ৰেতুকা সানি—
অ' সোণাই মইনা ঐ ............ ।

কেলেই আহিছিলি　　　পৰ্ব্বতৰ নগা ডেকা
তোমাৰ বুকুলৈ ভই;
আইদেউ কুমলী　　　আহিলে উমলি
বাঘৰে পোৱালি লৈ—
অ' সোণাই মইনা ঐ ............ ।

॥ ৮৫ ॥

অ' পৰ্বতৰে নাগনীভনী         ঘুৰিবি তই ঘুৰিবি
ভৈয়ামৈ [illegible] চাই
কেনেকৈকৈনো পাগলী         গাঁথৰে তোৰ কেচাঁসোণ
পায়ে [illegible]ৰালি হায়—
ভৈয়ামৈ বান্দিলি চাই।
হিয়াতে আছিলে [illegible]         উভলি তোৰ আজলী
হিয়াখন [illegible]
[illegible] বিহু দেখুৱাই         গলিগৈনো চাবুৰি
কান্দি হিয়া ডুবুৱাই
ভৈয়ামৈ বান্দিলে চাই।
নেলাগে ভাঙিব অ'         কপালখন ঠেকেচি
শিলৰে বুকুখন চাই।
যদি লেখা আছে         বোনোবা দিনাখন
দিব আনি বিধতাই—
[illegible]

॥ ৮৬ ॥

চৰাই হালধীয়া [illegible] কিনো যে ধুনীয়া
পাখি চিকিমিকি তোৰ,

মনে উৰু উৰু মোৰ
পাখি চিকিমিকি তোৰ।
কোনে সৰজিলে         তোৰেনো হিয়াতে
সুৰৰ অমৰাপুৰ,
মোৰেনো হিয়াতে         কোনেনো তুলিলে
বলীয়া বীণৰে সুৰ।
পাখি চিকিমিকি তোৰ।
কোনে সাজি দিলে         মোকে টুলুঙীয়া
সুৰৰে এখনি ভুৰ,
জ্বলিছে পুৰিছে         হিয়াৰে মাজতে
ৰঙাকৈ যিকুৰা জোঁৰ
পাখি চিকিমিকি তোৰ।

॥ ৮৭ ॥

আঘোণী অ' আঘোণী মাতিলি পথাৰৰ
লখিমী চপাবলৈ
জগতে জানিলি ভোগালী বিহুৰে
আগলি বাতৰি ঐ
মাতিলি পথাৰৰ লখিমী চপাবলৈ।

কাৰ গুলাল প্ৰাণেশ্বৰী মুখত জোনাকখনি
হাতত কাঁচিখনি লৈ
খোপাত বান্ধিছা কুঁৱলী ছাটিয়ে
মাণিকী মুকুতা ঐ
মাতিলি পথাৰৰ লখিমী চপাবলৈ।

ঘৰৰে লখিমী মোৰে প্ৰাণেশ্বৰী
আহিব যেতিয়া ঐ
ধনে-ধানে-সোণে উপচি পৰিব
হিয়া মোৰ উতলা কৈ
মাতিলি পথাৰৰ লখিমী চপাবলৈ।

॥ ৮৮ ॥

এইবাৰ চাওক, আমাৰ সেই কৌটি
বছৰৰ বহাগী আহে আৰু যায়—
যায় আৰু আহে—অতীতৰ বুকুৰ
ইমান পুৰণি, তথাপি কিমান তৰুণী—
নতুন বছৰৰ সেই সত্য-সনাতনী
বহাগীৰ আগমনীয়ে আঁচলত
আনে গ্ৰীষ্মৰ ছটফট দেই পুৰি মৰা প্ৰখৰতাৰ
শান্তি শীতলী ৰিব্‌ৰিব্‌ হিয়া জুৰ
মলয়াৰ ছাটি নতুনৰ সৃষ্টি
আৰু আনে মানুহলৈ নতুন আশাৰ নতুন
ভাষাৰ নতুন সপোনৰ জীয়াই
থকাৰ সজীৱতা, পথাৰত—খাদ্য
সামগ্ৰী, গছে-ডালে পল্লৱিত—
মল্লিকা আৰু পৰম্পৰাৰ প্ৰতি এখনি
হিয়াৰ প্ৰীতি আৰু আন্তৰিকতা।

কৈ গ'লে চিনি কপালৰে ৰেখা
নাচনী মলয়া বা-ই
এইবাৰ সামৰি ল'ব তোক বলিয়া
বুকুতে সেটজীয়াই ।

পাবি অ' নোপোৱা মৰমে জীৱনৰ
গালে যি তোৰ হিয়াই
সুকোমল শয্যা পাবি তুৰবীয়ে
শুৱাৰ চুমাটি থায় ।

নাহৰে গোন্ধৰ ৰেণু ছটিয়াৰ
শীতলে আঁহতৰ ছাঁ-ই
নিতৌ হিয়া ভাঙি যাব গৰখীয়াই
বনগীত একাকি গাই ।

তুণবৰ শুকৰে জেউতি চৰাৰ
পাততে তিৰেবিৰাই
মৰমে বোৱাৰ চকুলো দুচকুৰ
আঁচলৰ আগে তিয়াই ।

সাৰপাট ভাঙিলি ছিগা গৰখীয়া
আঁহতৰ তলতে তই
কোনে গ'ল এখনি থুৰীয়া ভামোলে
কাষতে লাহেকৈ থৈ ।

থৈয়ে সোণাই বৈ বৈ
মুখ'ল চাই বৈ বৈ
হুচকুতে বৈ বৈ
গুচি গ'ল ঐ বৈ বৈ
কাষতে লাহেকৈ থৈ ।

গৰু গ'ল বিলৰে সাঁতুৰি সিপাৰে
ভাগৰে মাৰোতে তই
পায়ে হেকৰালি নোপোৱা কিবাটো
সপোনৰ দেশৰে ঐ ।

পাভিলি মৰিব বুকুত শেলে হানি
দিহিঙে দিপাঙে গৈ
গামোচাৰ আগেৰে চকুলো মচিলি
কোনেও নেদেখাকৈ ।

নেলাগে মৰিব বা অ' পেঁপাটি
টিঁহিটি টিঁহিটি তই,
তোৰে ঐ মালতী আহিব উলটি
কাষতে কলসী
মুখতে হাঁহিটি লৈ ।

তোৰ মুখত ডুপৰীয়াৰ বেলি গৰখীয়া
মুখত ডুপৰীয়াৰ বেলি
সোণৰে হৰিণীৰ সপোনে দেখিলি
বুকৰে বিননি তুলি ।

হে কোনেনো কৈয়ে গ'লি
আকৌ আহিম বুলি
ভাবৰে খেলিমেলি
সপোনৰে কুহেলি
বুকুৰে বিননি তুলি ?

ইপাৰে দেখিলি জলা জুই একুৰা
সিপাৰে উৰিছে ধূলি
দুৰণিৰ বুকুলৈ চায়ে কি দেখি অ'
ৰঙতে বলিয়া হ'লি ।

তোৰে ঐ কাহিনী বুকুৰে পোৰণি
পথাৰৰ মাজতে থ'লি—
পেঁপাতে পালি তই সোণৰে মাদলি
হিয়াতে জিলিকাই ল'লি ।

মাতি গ'ল মলয়া বতাহে সাবটি
মোৰে সোণামুৱা বুলি
এখুজি ডুখুজিকৈয়ে তই সেউজীৰ
বুকুতে পৰিলি ঢলি ।

॥ ৯২ ॥

কাৰে তই শুৱনি নাচনী বিজুলী
নাচিলি মেঘৰে গাত ডাৱৰীয়া
চাৰু কিনো ধাহি সোণে বৰণীয়া
পিন্ধি মেজাঙ্কৰী পাট ডাৱৰীয়া
নাচিলি মেঘৰে গাত ।
মেঘে গুৰু গুৰু মনে উরু উরু
বতাহে সৱালে পাত,
কাৰে ঐ শুৱনি নাচনী বিজুলী
যেনে মৃণালৰে হাত ডাৱৰীয়া
নাচিলি মেঘৰে গাত ।
খোপাত জিলিকালি সুৰৰে শিকলি
মেঘৰে হিয়া কৰি শাঁত,
সুদূৰৰে কাৰ ছবিখনি আঁকি
মনতে পেলালি মাত ডাৱৰীয়া
নাচিলি মেঘৰে গাত ।

॥ ৯৩ ॥

কাৰ গছৰে আগৰ কোমল পাতত
ৰুণ্-জুন ৰুণ্-জুন বাজে নেপুৰ
[illegible] আঁচ[illegible]ৰে [illegible] তপৰীয়াৰ
শীতলে জুৰ—
ৰুণ্-জুন্ ।
কিনো নাহৰে পতীয়া ভুকুয়ৰি
মৃণালে লেখীয়া হাতে-ভৰি
মেলা-নেমেলা চিন্তা নয়নফৰিৰ
চাৰুনি মধুৰ—
ৰুণ্-জুন্ · ।
যায় গালৰে গোলাপী ঘামে পেলাই
নাচে আহি গধূলিৰ মলয়া বাই
দিয়ে সুদূৰৰে আনি মৰম সপোন
প্ৰাণতে মোৰ—
ৰুণ্ জুন্ · · ··· ।

অ' মোৰে মইনা মাতিলি কি
অমাতৰে মাত,
আনিলি ক'ৰ সুৱদি তই
হিয়া কৰা শাঁত ?

নেপালো তোৰ চিত মইনা
সোণৰে সজাত,
মোক নচুৱালি মিছায়ে তই
সেউজীয়া পাত।

তোৰ মাতত হানে বুকত মইনা
শেলেনো যিপাট,
মোৰ কোনেওতো নেদেখিলে
আছিলে কি তাত ?

আৰু নিদিবি মোক দাগি মইনা
বাগী ফটিকাত
এৰি লুকাবি যে ক'ৰবাত তই
দুৰণিৰে গাত।

॥ ৯৫ ॥

আমাৰে গাঁৱৰে বাংঢালী এজনী
ৰূপহী গাভৰু তাই
পানী আনিবলৈ যাওঁতেনো নিতৌয়ে
আওঠি একোটি পায়
পায়ে হেৰা ঘাটতে
পথাৰৰ মাজতে
আঙুলিতে সুমুৱাই চায়।

অ' কঁৰেনো উজনি গাঁৱৰে বোপাটি
গ'লা কেৰাহিকৈ চাই
চিঠি দি পঠালা বিজুলীৰ ডাকতে
'নাপালে মৰিমে' হায়
হায়ে নগাৰ বিহে
পালে তোমাক কিহে
নমৰিবা সেইবোৰ খায়।

অ' ৰূপে কিনো চাবা চকুত চমক লগা
হাঁহি মনে মুহি যায়
গীততো চেৰে ঐ পেলাব নোৱৰা
নাচোনতে পৃথিৱী কঁপায়
কঁপায়ে তাই আমাৰে
গাঁৱৰেনো মৰমে
এৰি থৈ ক'লৈকো নেযায়।

অ' ধনে দি কিনিব নোৱাৰা ৰূপহীক
সোণতকৈও চৰা তাই
যদি পাব খোজা নিবানে ঐ হেকৱাই
বিহুগীত একাকি গায়
গায়ে বুকুৰ কলিজা
ভৈয়ামতে ওপজা
তামোলকে এখনি খায়।

হাতে চাগে দিলোঁ হাতত সোণৰ খাৰু
কাণে চায়ে দিলোঁ কেৰু
যাবৰে মোৰ পৰতে সোলোকায়ে পেলালা
কি জগৰ লগালো বাৰু বুকুৰ বান্ধৈ মোৰ
কি লাগে কোৱাছোঁ আৰু ?

ডিঙিৰ সাতেসৰী পেলালা সোলোকাই
ছিঙি-ভাঙি দলিয়াই
কঁপালৰ শুৱনি ফোটো যে মচিলা
শিৰতো সেন্দূৰে নাই বুকুৰ বান্ধৈ মোৰ
মুখলৈয়ে কান্দিলা চায় ।

অ' খোপাৰো ফুলকি পৰিলে মালতী
খোপা হ'লে থান্‌-বান্‌
আঙঠিত হেৰালে ক্ষীণে হৈ আঙুলি
বিচাৰিয়ে পোৱাও টান বুকুৰ বান্ধৈ মোৰ
পাতিছিলা ক'লৈনো কাণ ?

অ' আজি বিহু বিহু কালি বিহু বিহু
বিহুৰে বিৰিণা পাত
মাহে-হালধিৰে দবানো ধুৱালা
সাবটি যে ধৰিলা গাত বুকুৰ বান্ধৈ মোৰ
মাতিওয়ে নাপালা মাত ।

বিহু আকৌ পালেহি চোৱা বান্ধে বঙিলী
বিহু আকৌ পালেহি চোৱা
দিয়া বান্ধি দুখনি গুৱা গামোচাতে
মোৰেনো হ'লে ঐ যোৱা বান্ধে বঙিলী
নহ'ব আৰু যে বোৱা ।

খোপাতে গুঁজি লৈ তগৰে মালতী
কেতেকী সোণৰে পাহি
দিয়া এটি হাঁহিবে নাচোন ঐ বিহুৰে
জিলিকি আগতে আহি বান্ধে বঙিলী
ময়ো যাওঁ ৰঙতে হাঁহি ।

শুনোৱা কাণতে উতলা সুৰেৰে
বিলগ'লে বিনাবা কাক ?
হিয়াৰে মাজতে সাবটি ৰাখোঁতে
পাযে হেকুৱাবা যাক আজি বঙিলী
নোপোৱা আৰু যে তাক ।

পুৰণি সলালে ন-সাজ পিন্ধিলে
গছে গছে সেউজীয়া
তুমিযে মোৰ ধুনীয়া জগতো ধুনীয়া
পাতি যাওঁ তোমাৰে বিয়া বান্ধে বঙিলী
দিয়া মোক যাবলৈ দিয়া ।

॥ ৯৮ ॥

এইখন লুইতৰ অ' পাৰতে এবেলি
উমলি ঘুমটি যাওঁ
টিঁহিটি টিঁহিটি বজোৱা পেঁপাটি
বনগীত একাকি গাওঁ
উমলি ঘুমটি যাওঁ ।

আছে পাতি থোৱা তুৰবি দলিচা
আঁহতৰ শীতলী বা-ও
হিয়ায়ে হেকৰা হিয়াৰে কৰিতা
মাণিকে মুকুতা পাওঁ সমনীয়া
উমলি ঘুমটি যাওঁ ।

লুইতৰে বালি বগী ঢকেঢকী
জিল্ মিল্ সোণালী নাও
আমাৰে গুৱনি গাঁৱৰ ভায়ে-ভনী
ৰঙতে চাপৰি বাওঁ সমনীয়া
উমলি ঘুমটি যাওঁ ।

খচকিয়ে যাবা মোৰে মৰিশালি
পাৰতে চুমাটি খাওঁ
আহা কাষে চাপি বনগীত সুৰীয়া
মুখনি এবেলি চাওঁ সমনীয়া
উমলি ঘুমটি যাওঁ ।

॥ ৯৯ ॥

অ' আজি ৰঙালী বিহুৰে দিন
বিৰিখে বজালে নতুনৰ সুৰেৰে
সেউজীয়া বীণ ।

ঢোলেনো বাজিলে ধিনিকি দিন্দাও
ধিন্ দাও দাও ধিন্
আকাশে বতাহে সাৰটি নাচিলে
দিলে মৰমৰে চিন ।

পাতেনো নাচিলে গাতে গা লগাই
বুলি ঐ বিহুৰে দিন
ফুলে ক'লে হাঁহি হিয়াৰে কোমল
আমাৰে পৰা অ' কিন ।

॥ ১০০ ॥

কৌটি-কলীয়া অ' নিতৌ সেউজীয়া
আমাৰ বিহুতলীখন
সোণে বৰণীয়া কেতেকী ধুনীয়া
গোন্ধে মতলীয়া মন ।

আজিও কপে এ [illegible]
নাচনতে ত্ৰিভুবন
ঢোলৰে কোৱতে জ্বলে ঐ অগনি
পেঁপাৰে অমিয়াকণ ।

বুঢ়া লুইতৰো উঠে ডেকাধনি
বিহু খেমেলীয়া মন
ছেৱে ছেৱে নাচে পাত বিৰিখৰে
জিকি তাহানিৰে ৰণ ।

নিতৌৱে ৰঙালী বিহুৰে খেমালি
এইখন বসন্তৰ বন
হক গৌৰৱৰে ধ্বজা বিজয়েৰে
আয়ে দিয়া বিহুৱানখন ।

॥ ১০১ ॥

মোৰে শাওনী অ'　　　গ'ল তিতি-বুৰি
চকুৰ পানীৰে তল
কোন শাওণৰে　　　বাৰিষা সপোনে
বোৱালে বুকুৰে ঢল ।

মেঘৰে গাজনি　　　হিয়াৰে বুজনি
হিয়াতে কোনে দি গ'ল
কোনে কৈয়ে গ'ল　　　চকুলো মচি দি
চকুযুৰি জল্‌মল্ ।

কতনো আশাৰে　　　নিশাৰে সপোন
হিয়াতে আলহী হ'ল
ক'লাকৈ ডাৱৰে　　　হিয়ানো ঢাকিব
চায়েনো আছিলে ছল ।

সিখনি আজলী　　　হিয়াৰে বিজুলী
হিয়াতে উজলি ৰ'ল
ৰূপৰে পোহাৰী　　　পৰিলে পিছলি
পোহাৰো ছিটিকি গ'ল ।

॥ ১০২ ॥

অ' গছে ক'ব শুধিলে পাতে ক'ব সুধিলে
পুৰণি পৃথিৱীৰ কথা,
জলপানৰ বাটিতো গাখীৰ-গুৰে ভৰা
অ' চেনাই মইনা ঐ অ' চেনাই মইনা ঐ
মাতে তাতেকৈনো মিঠা
চেনাই মইনা ঐ—
পুৰণি পৃথিৱীৰ কথা।

অ' কোৰৰে চাবতে সোণৰে চপৰা
পথাৰে জিলিকি থকা;
ক'তেনো লুকালে মিলৰে শৰীৰৰ
অ' চেনাই মইনা ঐ অ' চেনাই মইনা ঐ
আমাৰ আজোককা
চেনাই মইনা ঐ—
পুৰণি পৃথিৱীৰ কথা।

অ' মাছেনো মাৰিব ওলালে বগীবাই
দপাতেনো ৰঙে চৰা,
লাচিমে ভাঙনে ৰঙতে বলিয়া
অ' চেনাই মইনা ঐ অ' চেনাই মইনা ঐ
পাৰতে জঁপিয়াই মৰা
চেনাই মইনা ঐ—
পুৰণি পৃথিৱীৰ কথা।

অ' আজিনো ওলালে নতুনকৈ মানুহে
নকৈনো পৃথিৱী গঢ়া,
বনগীত সুৰীয়া পথাৰখন নেদেখা
অ' চেনাই মইনা ঐ অ' চেনাই মইনা ঐ
ডেকানো কালতে বুঢ়া
চেনাই মইনা ঐ
পুৰণি পৃথিৱীৰ কথা।

॥ ১০৩ ॥

অ' পাওঁ ভালকৈয়ে তোমাক ঐ মৰমী
পাওঁ ভালকৈয়ে চিনি ;
নাহৰৰ তলৰে চোপা লৈয়ে থকা
নাহৰ-ফুটুকীজনী মইনা মৰমী
ডিঙিত থকা ওলমি
ৰঙাকৈ পোৱালৰ মণি ।

অ' বগাকৈ কপালৰ জিলিকিয়ে থকা
কোন সেন্দুৰৰে ফোট ;
কেতেকী তলৰে ফেটাগোমজনী
কপাল চায়ে মৰা খোঁট্ মইনা মৰমী
ডিঙিৰ থকা ওলমি
ৰঙাকৈ পোৱালৰ মণি ।

কণা কৰিবলৈ লুকুৱায়ে থোৱা
সোণৰে ৰূপৰে কাঠী
হিয়া চায়ে মৰিম কলিজা ভেদি ঐ
বিষে লগা নগা যাঠি মইনা মৰমী
ডিঙিৰ থকা ওলমি
ৰঙাকৈ পোৱালৰ মণি ।

অ' ৰূপৰে কুঁৱৰী ৰূপত জ্বলি পুৰি
ৰূপৰে জালে ঐ পাতি ;
পায়েনো হেকৱা বিচাৰি জোনাকত
উৰি যোৱা পখিলাটি মইনা মৰমী
ডিঙিৰ থকা ওলমি
ৰঙাকৈ পোৱালৰ মণি ।

॥ ১০৪ ॥

ফুল ফুল ফুল অ'
ফুল ফুল ফুল ;
হাবিৰ বনৰীয়া ফুলে ঐ এপাহি
হাবিৰ বনৰীয়া ফুল ।

হাবিতে ফুলিলে হাবিতে জিলিকি
গোন্ধতে আমোল-মোল ;
পৰে উৰি উৰি পাহিতে বলিয়া
কলীয়া ভোমোৰাৰ ফুল ।

ৰঙতে বতাহী পাহি চুমি চুমি
ৰেণু লৈয়ে বিয়াকুল ,
হিয়াতে সাবটি লবলৈ এবেলি
আকাশো যে বিয়াকুল ।

পুবাৰে সুৰুযে পিন্ধালে জেউতি
মাণিকী সোণৰে দুল ;
ৰঙাকৈ মৰমৰ চুমাটিও দিলে
মানুহে বুজিলে ঐ ভুল ।

কি ফুল ছিঙিলা অ' বগীতৰা, নামে নাজানিলা অ' বগীতৰা
খোপাতে পিন্ধিলা গুঁজি বগীতৰা
গোন্ধত উতলা মনে বোপাদেউৰ
কান্দে ভাব এপাহি খুজি বগীতৰা—
ৰূপত ৰাঙে চৰা বৈ বৈ উচুপি কান্দে বগীতৰা
ৰূপত ৰাঙে চৰা বৈ বৈ উচুপি কান্দে ।

তোমাৰ মনত পৰিলে অ' যূতি মালতী
মৰমৰে কথাটি অ' যূতি মালতী
মৃদু মৃদু গান্ধালে বা যতি মালতী,
ফাগুনৰে পছোৱা আঁচলে ঐ উৰুৱা
ৰাই-জাই লগালে গাএ যূতি মালতী—
মনত পৰা কথাটি কি বাক কোৱাছো কি ?

ফুলেৰে গাঁথি যাম ফুলৰ মইনা
মালা ঐ এধাৰি ফুলৰ মইনা
তোমাকে পিন্ধাই যাম গাঁথিছে ফুলৰ মইনা

লুকোৱা আঙঠি মই পাম বিচাৰি
হাতীতে আহিবা উঠিহে
ফুলৰ মইনা তোমাকেই চাম—
পদুম মইনা তোমাকেই পাম
ইকৰা পাতেৰে নাও সাজি হুয়ো
পাৰি দি মাজলৈ যাম ।

॥ ১০৬ ॥

এইবেলি বাৰিষাৰ ফেনে-ফোটোকাৰে
লুইতখন গাভৰু হ'ল,
কোনেও নোগোৱা বনগীত একাকি
গাবলৈ মনে ভাব গ'ল,
আৰু দেখা পালে উটি যোৱা জঁাজিবোৰ
চাই চাই বলিয়া হ'ল—
গ'লে ঐ .. . ।

ঢলৰে বুকুতে পোহৰ ঢালি ঢালি
মৰিব মনে ভাব গ'ল,
ৰঙতে এবেলি জোনে দিলে ঢালি
হিয়াৰে পোহৰৰ ঢল—
গ'লে ঐ . ।

ক'ৰে সি বলিয়া অকলশৰীয়া
পঁজাটি আঁহতৰ তল,
চকুত ধৰা পৰিল গাভৰু লুইতৰ
চুমা দি মাতি লৈ গ'ল
গ'লে ঐ ।

অ' সোণাই মইনা ঐ সাগৰৰে তলিখন
অ' সোণাই মইনা ঐ চাবলৈকো মনে গ'ল
অ' সোণাই মইনা ঐ দেখিলে ভয়ে লগা
সাগৰৰে তলিখন চাবলৈনো মনে তাৰ গ'ল

॥ ১০৭ ॥

অ' কলং আকৌ এবেলি হ'লে ঐ পাগলী
কলং আকৌ পাগলী হ'ল ;
এ' কিয় আকৌ এবেলি সোণাইমুখৰ সপোনে
চুমা দি নোহোৱা হ'ল—
হ'লে আকৌ এবেলি আছে
পৰ্বততে জীয়ৰী
কলং আকৌ পাগলী হ'ল ।
অ' কান্দি কান্দি ঢাকুৰি গাঁও-ভূঁই উজাৰি
বৰনৈৰ বুকুলৈ গ'ল ,
এ মনত পৰে পতি বয় আকৌ উভতি
ৰাইজৰ বিপত্তি হ'ল
হ'লে আকৌ...... ... ।
অ' ফেনে-ফোটোকাৰে হিয়াখন উপচি
যৌৱন উতলা হ'ল ;
এ' লাজুকী 'কপিলী' তলমূৰ কৰি
লাজতে আঁতৰি গ'ল
গ'লে আকৌ ... ।
অ' সোণাই তোৰ মুখতে কিনো দেখা পালে
জল্‌মল্‌ মাণিক উজ্জ্বল ;
এ, 'কপিলী'য়ে নাপালে লাজুকীয়া হাঁহিৰে
ভিনি বুলি মাতিব ছল—
ছলে আকৌ ।
অ' মৰি মৰি পোখালে পোৱালে মুকুতা
কপহ কপহীৰে ন-গাঁও হ'ল ;
এ আজিও সুধিলে ক'ব মোৰ 'সোণাৱে'
উটি-ভাহি কোন কোন গ'ল—
গ'লে আকৌ... ....... ।

॥ ১০৮ ॥

হিয়াৰে কপালী অ' ঢৌ দেখুৱাই
লুইতখনে বনগীত গায়;
কৈ যায় মলয়া বতাহে বিভিয়াই
'তইঁতৰ একো যে নাই
লুইতপৰীয়া অ' দুৰ্বলচিত্তীয়া
পায়ে হেকৰালি আমাতকৈ ধনীয়া
এন্ধাৰৰ কালটো চায় !'

চাই যা হিয়াৰ কপালী বালিখন
উমলি বালি-ভাত খায়;
মৰমে বোৱাৰ চকুলো মুকুতা
দুগালে তিৰেবিৰাই—
কৈ যায় মলয়া……… ।

চা সৌ বিৰিণাৰ সেউজীয়া পাতে পাতে
চৰায়ে বনগীত গায়;
সুৰৰ জুয়ে তুলি পৰ্বতৰ টিঙেটিঙে
মনে মোৰ পেঁপাটি বায়—
কৈ যায় মলয়া… . ।

বালিকণা থৈ যা লুইতৰ পাৰতে কপালী
বালিকণা এটি পেলাই;
জগতে বুটলি জেউতি সুঁৱৰি
কান্দিব ইনাই-বিনাই—
কৈ যা মলয়া………… ।

বিচাৰোঁ হবলৈ অ' মইনা
ময়ো সেউজীয়া অ' মইনা
মৰি মৰি ডুবৰি বন,
আহোতে যাওঁতে অ' মইনা
পান সেন্দুৰীয়া অ' মইনা
চৰণৰ পৰশ কণে ঐ মানুহৰ
চৰণৰ পৰশ কণ।

অ' হিয়াই পাতি দিয়া গচকি যাবলৈ
হিয়াৰে দলিচাখন,
নোৰেনো বাৰোৰা চঞ্চলো চুচকুৰ
উতলা কৰি প্ৰাণ-মন।

অ' চৰণত পিন্ধোৱা নিয়ৰৰ মুকুতা
চিক্‌মিক্ জেউতিকণ,
মোৰে পুৰি মৰা যিকুৰা আনলে
তিলে তিলে হিয়াখন।

মাটিৰ বুকুতে অ' লোৱা মোক সাবটি
মাটিৰে পৃথিৱীখন,
ময়ো পাতিবলৈ হিয়াৰে দলিচা
কৰিছো জীৱনটো পণ।

॥ ১০ ॥

অ' ভাদৈমতীৰ হিয়াতে    কোনেনো আনি দিলে
ভাদৰে ভদীয়া ঢল,
ঢলৰ বুকুতে    সাঁতুৰি-নাদুৰি
নিশা উজাগৰে হ'ল শিনো ভাবি
নিশা উজাগৰে হ'ল।

ঢৌৱে জিলেমিলাই    হিয়া উজলালে
চকুলো মুকুতা হ'ল,
শেৱালি তলৰে    ডুবৰিৰ বুকুতে
চৰণৰ চিনে কাৰ ৰ'ল পৰি পৰি
চৰণৰ চিনে কাৰ ৰ'ল।

কেলেই গাঁথিলা হাৰ    চকুলো মুকুতাৰ
পিন্ধাবলৈ জলমল;
মাতোতে নিদিলা যাক    মাতে ঐ এবাৰি
হিয়াখন পুৰি থৈ গ'ল ক'ৰবালৈ
হিয়াখন পুৰি থৈ গ'ল।

যোৱাগৈ ঢাকুৰি    সাঁতুৰি-নাদুৰি
চোৱাগৈ সাগৰৰ তল
শেৱালিৰ তলতে লুকাই আছিনীয়ে
আছে গণি গণি পল মৰিবলৈ
আছে গণি দিন প'ল।

॥ ১১১ ॥

অ' এদিন হেৰাইছিলোঁ কলঙৰ পাৰত মই
বনগীত এককি গাই ;
মোৰ কোনে পিন্ধি যোৱা জুইৰে মেখেলা
হিয়াতলি পোহৰায়—
ফুলকটা কলহটি অ' মইনা চেনাইটি ঐ
বেঁকাকৈ কলহটি অ' মইনা চেনাইটি ঐ
নেচায়নো কেনেকৈ থাকো মইনা চেনাইটি ঐ
থমকি উলটি চাই ।

অ' আজি বহুদিনৰ মূৰত লগে পালোঁ
পালো গোন্ধে চিনাকিৰ ;
তুমি খায়ে যোৱা লংগুটি ইলাচি
মোৰ কমালৰে গাঁথিৰ—
ফুলকটা কলহটি··· ···· ।

অ' কেলেই মাৰিলা বিলাতী ফাকিটি
বিলাতলৈ গই আহি ?
পেটত নেদেখিলোঁ ভালপোৱা একোটা
মুখত মিচিকিয়া হাঁহি -

অ' বহাগীয়ে জানে মোক হিয়া ভাঙি গোৱা
বহাগৰ বিহুগীত ফাকিৰ ;
তুমি ফাকি দিয়া জানে সকলোৱে
মোৰ হিয়া পোহৰৰ চাকিৰ—

অ' মৰিলেও মৰিম কলঙৰ বুকুতে
কলঙৰ পানী খায় মৰিম
পাওঁ যদি গাবলৈ বনগীত এফাকি
মৰি আকৌ জনমে ধৰিম—

অ' বনগীতে সাক্ষী মোৰ কব অ' মইনা
বিহুগীত বিচাৰক হ'ব ;
কাকতি কলঙে কপালী বালিতে
বিচাৰ মোৰ লেখিয়ে থব —
ফুলকটা কলহটি · ······ · ।

॥ ১১২ ॥

ফাগুন আজি যাবগৈ অ' মইনা ফাগুনৰ দেশলৈ
ডুবৰি দলিচাত নাচি
দোক-মোকালিতে মোৰ ফাগুনীয়ে
ল'লে ঐ ডিঙিতে কাঁচী ।

অ' কোনে মাৰি গ'লে কপৰ দা খনিৰে
কলিজা চায়ে ঐ ঘা
কেলেই বুলিছিলে যা অ' আঁতৰি
ফাগুনৰে নিলাজী যা ।

অ' ডিঙিতে ল'লে মোৰ কাঁচী ফাগুনীয়ে
ডিঙিতে ল'লে ঐ কাঁচী
চতুৰা চৰায়ে বিহু বিহু বুলি
বিনালেহি সাজি-কাটি ।

॥ ১১৩ ॥

আৰু বেলি আহাবত চেনীমাই ঐ
চেপা পাতিছিলোঁ চেনীমাই ঐ
লাগিছিল এজনী চেনী,
বাৰীবে খালতে চেনীমাই ঐ
জীয়ায়ে ৰাখোঁতে চেনীমাই ঐ
হ'লে ঐ ফেঁটীসাপজনী—
চেনীমাই ঐ—চেনী মোৰ লুকালে কেনি ?

পালো ভালেকৈয়ে তোমাক ঐ চেনীমাই
পালো ভালেকৈয়ে চিনি,
গাখীৰো নহয় গুড়ো যে নহয়
বাৰিষাৰে বোকাপানী ।

কিনো মৰমতে দিলা মোক খাবলৈ
থুৰিয়া তামোলেখনি ;
মেলোতে দেখিলো পাণৰে বুকুতে
আছিলে বিছাৰে কণী ।

নেলাগে ধৰিব ভয়তে সাবটি
মেঘৰে গাজনি শুনি,
হিয়াতে থোৱা যাৰ তেনেই দেখা পালোঁ
মৰমে এবাটি কিনি ।

মই গ'লে থাকিব জীয়া হৈ জিলিকি
পথাৰৰ আঁহত জুপি
এতিয়া নসৰা চুগালে বাগৰি
সৰিব চকুলো টুপি ।

আজি বিহু বিহু অ' মইনা বিহুৰে বিৰিণাপাত
কালি বিহু বিহু অ' মইনা বিহুৰে বিৰিণাপাত
বিহু থাকেমানে অ' মইনা বিহুৰে বিৰিণাপাত
বিহুকে বিনাবা অ' মইনা বিহুৰে বিৰিণাপাত মইনা
বিহু গ'লে বিনাবা কাক ?

মোৰ ৰত্নীয়ে পাতিব সকামটো
হাতৰে কাপৰে বেচি
মাকৰ ঘৰতে তাঁতৰে শালতে
কটাব চকুলো মচি ।

মোৰ মৰিশালিত শিয়ালে মাতিব
জোনাকৰে মাজৰাতি
মাটিৰ তলৰে মৰা জ'কাটিয়ে
গঞ্জাকে কৰিব স্তুতি ।

ক্ষমিবা দায়ে মোৰ জীৱন জনমৰে
দিয়া চৰণৰে ধূলি
চকটো পেলাবা শান্তি হুটিয়াই
গৰুটো সোমাইছিল বুলি ।

অ' ইয়ো বোলে বনগীত সিয়ো বোলে বনগীত
বনগীত এফাকি গা
এ মোৰ নাচনীৰ ভাগৰে লাগিছে
ঢলি যে পৰিছে গা ।

চৰাই মনোমতী অ' মইনা কটোৱা বেঙেনাৰ তলত
মনকে মুহিলে 'অ' মইনা কটোৱা বেঙেনাৰ তলত
কিনো যে মায়াৰে অ' মইনা কটোৱা বেঙেনাৰ তলত
মনে মোৰ মুহিলে অ' মইনা কটোৱা বেঙেনাৰ তলত মইনা
নিতৌ পৰি থাকে মনত ।

অ' মোৰ বজনীয়ে ক'লে তোক কোনেও নেচালে
মোলৈকে এবেলি চা
এ কলিজাৰে দিয়া ওঁঠে বস্তা কৰি
তামোলকে এখনি খা ।

অ' মোৰ বজনীয়ে বেচিব হালৰে হালোৱাটো
বুকু চাই মাৰিলে ঘা ;
এ বস্তা দৰবাটো মিকিৰক বেচিলে
মোৰে ঐ সকামটো খা ।

অ' ভাগৰে লাগিছে যদি তোৰ বলিয়া
বনগীত কাকিকে গা ;
এ সেউজীয়াই পাতিছে তোৰে শোৱাপাটি
দুইতৰ পাৰতে চা ।

॥ ১১৬ ॥

অ' ভোগদৈ পাগলী হ'ল হাঁহি হাঁহি
কান্দিব যে শিকা নাই তাই ;
পানী লৈ আহোঁতে মুখত মৰিশালিৰ
ছাঁইবোৰ সানি লৈ যায়
যায়ে মইনা কেঁচাসোণ
মুখলৈ তাইৰ চোৱাচোন
যেনে পূৰ্ণিমাৰে জোন ।

অ' আনি খায়ে যোৱা ভোগালিত বিহুভাত
নাম-গুণ এবাৰি গায়,
পালো বুলি তাই খোজবে ধূলিবোৰ
কোচে ভৰি লৈয়ে যায় ।

অ' শিৰৰ সেন্দুৰ মচাকে যোৱা নাই
মুখৰো যোৱা নাই ছাঁই
এইটো জীৱনৰ জ্বলা জুই যি কুৰা
কেনেকৈ গুমাব তাই ?

অ' উজাই চালো মই ভটীয়াই চালো মই
ভোগৰাম আতৈ মোৰ নাই
নামৰো আছিলে গাঁৱৰ নামে জ্বলা—
গীতৰো আছিলে ঘাই ।

# ॥ ১১৭ ॥

কাতিবে কুঁৱলি ধুমলী কুমলী
পুৱাবে ৰ'দালি পায়
ছুৱৰি বুকুতে যায়ে ঐ ঘুমটি
সুকয়ে চুমাটি খায়।

অ' সুকয়ে চুমাটি খায় মৰমতে
সুকয়ে চুমাটি খায়
পদূলিৰ শেৱালি কোনেনো বুটলি
পাতলি ভিয়ায়ে যায়।

অ' পাতলি তিয়ায়ে যায় মনে মাৰি
থমকি উলটি চায়
খচকিয়ে যোৱা ধূলিকণাবোৰে
ৰঙতে চাপৰি বায়।

অ' লুইতৰ পাৰৰে বুঢ়া আঁহত জুপি
জাৰতে জুমুৰা খায়
চেনায়ে চেনেহীক বালিতে হেকৱাই
বনগীত একাকি গায়।

॥ ১৮ ॥

অ' আঘোণৰে পথাৰত পকাধানে বিজিয়াই
চৰায়ে খুঁটিয়াই খায়
জীয়ৰী-বোৱাৰী গীতৰে জাউৰি
উলাহতে নাচি যায়
যায়ে আইতা কাচিখনি
তাতে আকৌ জিলিকনি
উলাহতে নাচি নাচি যায়।

পথাৰৰ মাজতে উকলি কিৰীলি
সোণালী লখিমীক পায়
মূৰতে ৰৰষা কুঁৱলিৰ মুকুতা
সুৰুযে চুমাটি খায়।

বিলৰে পাৰতে বেলি দুপৰীয়া
জলপান এমুঠি খায়
কাণ তালে মৰা কাউৰৰ কা-কা
বগে উৰা মাৰি যায়।

গধূলি বেলিকা পথাৰে এৰি থৈ
ঘৰলৈ খিয়ায়ে যায়
আঘোণৰ লগতে আঘোণীকে যোৰাই
যোৰানাম একাকি গায়।

॥ ১১৯ ॥

অ’ তৰা আক বেলি আঘোণীৰ
অ’ তৰা খোপাত মেখিছিলোঁ
অ’ তৰা কুঁৱলিৰ মুকুতা সৰা
হাতত কাচিখনি মুখত তাম্বোলখনি
বুকুতে মেথনি মৰা—
অ’ তৰা চিকিমিকি
বুকুতে মেথনি মৰা ।

পাছে পাছে ঘোৰাটো হলমুৱা ডেকাটো
আমাৰ গাঁৱৰ আঘোণা কাই
গাঁৱৰ মূৰে এৰি একেলগে ঘোৰা
হিয়াৰে হিয়াখন পায় ।

গাত ধৰি খোৱা শগত দহো কুৰি
সূৰুয দেৱতালৈ চাই
যাম বুলিছিলে আমাৰ আঘোণালৈ
আমাৰে আঘোণী বাই ।

এইবাৰো আঘোণৰ পকাধানে ৰিঙিয়াই
কথা দিয়া আঘোণী নাই
যায় মোৰ আঘোণা কপালকে ধিয়াই
বনগীত ফাকিকে গাই ।

॥ ১২০ ॥

আক বেলি পুহত মই পুহীমাই ঐ
চিটিকা পাতোঁতে পুহীমাই ঐ
লাগিছিল তোমালৈ পুতৌ .
চিটিকাতে পালোঁ পুহীমাই ঐ
মৰত খোপা থকা পুহীমাই ঐ
শুৱনি এজনী কপৌ পুহীমাই ঐ
লাগিছিল তোমালৈ পুতৌ ।

অ' বুকুৰ কামি-কাঠি বুকুৰে সজাটি
বুকুৰ মাজৰে পুতৌ
বাধোঁতে আদৰি গ'ল উৰা মাৰি
টোকো চকুপানী নিতৌ ।

অ' এজাৰে টুকিছে বেজাৰৰ চকুলো
পথাৰৰ মাজতে সৌ
পৰি ৰ'ল তলতে মৰমৰ চিটিকা
ডালত বাহে ল'লে মৌ ।

অ' সকু এইবেলি পুহত মই
অ' সকু দেখিলো পুহীমাইৰ
অ' সকু শিৰত সেন্দুৰৰে ফোট,
পুহৰাম আতৈৰে মূৰৰ খোপাটিৰে
ভাঙিল বহুদিনৰ জোঁট—
অ' সকু জুনুক্-জানাক্
বাজে ঐ হাতৰে খাৰু—
সকু ৰাঙোতে বাচোতে
নমাওতে ভাতৰে চৰু।

অ' কিনো মিচিকিয়া হাঁহি মোৰ আতৈৰে
পাৰত কঁঠালৰ খৰম,
আছিল পুহীমাইলৈ আজি অত'দিনে
হিয়াত সাঁচি থোৱা মৰম।

অ' নাকটো যদিও চোতালে লেখীয়া
মুখত গুলু ভটিমাৰ ৰাগ
তাতে ভোলে গ'ল আমাৰ আতৈযনী
নাকলৈ ওৰাণৰ আগ।

অ' আতৈৰ ঘৰ গোন্ধালে সান্দহ-পিঠাৰে
টেকেলিত গান্ধালে গুড়,
আছিল কাষৰ চাপি ভোগালী বিহুটি
আমাৰ হ'ব উদৰে পূৰ।

# দেশপ্ৰেমমূলক

॥ ১ ॥

জাগা জাগা আজি বিশ্ববিজয়ী
দিগ্বিজয়ী বীৰ অসমীয়া;
সুঁৱৰি বুৰঞ্জী গৌৰৱ অতীতৰ
যাউতিযগীয়া সাঁচিপতীয়া।

নাই আলো না সমালোচনাৰ
নাই প্ৰয়োজন আৰু নাই
'আমাৰ ভাষা, আমাৰ দেশ'
নাই ইয়াত কাৰো মাত নাই
বধিব লাগিব অপৰাধীকৈতক
হৈ ঐক্যবদ্ধ শক্তি সমূহীয়া।

সৰ্বভাৰতীয় নামত আজি
কৰিছে আমাক ছায়াবাজী
নাই নাই আৰু ক্ষমা নাই তাৰ
ৰণভেৰী সৌ উঠিছে বাজি—
পোতক আজি তুলিবই লাগিব
নাচি ৰঙ্গে ৰণ-মঙ্গলীয়া
ৰণ-বলিয়া, স্বাধীন-চিতীয়া
অ' অসমীয়া।

॥ ২ ॥

মৰমী মোৰ মৰমী মোৰ অসমীৰে
গা মিঠা মিঠা সুৰ ;
পৃথিৱীৰে অ' ছুপিঠিৰে
হিয়া কৰি কৰি জুৰ—
গা মিঠা মিঠা সুৰ ।

অ' পৃথিৱীৰে দূৰণিৰটীয়া
মোৰ আইৰ আঁচলৰ সাধুটি ধুনীয়া
যা শুনি যা শাঁত কৰি হিয়া
মন্ত্ৰমোহিনী কণ্ঠ অমিয়া
মৌ-ৰৰষা ৰসে ভৰপূৰ—
গা মিঠা মিঠা সুৰ ।

অ' মৰমী অসমীৰে—
পো-পোৱালি ভাহানিৰে
সেই সুৰদি সুৰ-সৰোবৰৰ
মাধুৰিমা সুখ সপোনৰ
পাৰে পাৰে গোন্ধকে লৈ ঘূৰ--
গা মিঠা মিঠা সুৰ ।,

॥ ৩ ॥

বিশ্ব শান্তিৰে ভৰুৱা মন-প্ৰাণ মাতোৱাৰা
মুক্তিমঙ্গল দায়কদাতা
তব জ্যোতি বিকাশে জনহৃদি আকাশে
জাগ্ৰত ভাতৃ মৈত্ৰী একতা ।

চকুৰে চকুৰে বোৱা চেনেহ চকুলো ধাৰা
বিশ্ব-ভাৰতী ভাগ্য-নিয়ন্তা ;
অগনন জন-জন সুমধুৰ সুমিলন
পুলকিত প্ৰেম-প্ৰীতি-চিন্তা ।

তুমিয়েই আনি দিয়া ভাই ভাই ভাবধাৰা
একেজনী প্ৰেমময়ী মাতা ;
শান্তিৰ প্ৰতীক তুমি সবাকো বিলোৱা চুমি
এখনি হৃদয় একে বাৰ্তা ।

॥ ৪ ॥

আমি আগুৱাই যাওঁ আগুৱাই
আগুৱাই - আগুৱাই—আগুৱাই ;
শিল্পী হিয়াৰ হিয়া কালি
অৰুণ তৰুণৰ পোহৰ ঢালি
জগত তেনেই পোহৰাই ।

মৰিব অহা নাই আছিছো থাকিব
যুগে যুগে যুগৰ চকুলো বোৱাই ;
জীয়াই থকাৰ যিটি বিশ্বপ্ৰেমৰ গীতি
গাই-গোৱাই আমি হিয়াই হিয়াই ।

আমি কৈ যাম পৃথিৱীৰ ছুপিঠিৰ
পৰ্বতৰ টিঙে টিঙে বিভিয়াই বিভিয়াই ;
ভঙা-গঢ়া পৃথিৱীৰ ভগৱান মানুহেই
আমি লুকুৱাই থোৱা মানুহেই লুকুৱাই—
সৰগত একো নাই, একো নাই, একো নাই ।

॥ ৫ ॥

আমি স্বাধীন ভাৰতৰ স্বাধীন অসমৰ
স্বাধীন অকণিৰ দল
বুৰঞ্জীয়ে মাতে বুকুলৈ বিৰিয়াই
আহা দেখুৱাই দুবাহুৰ বল—
অ' মোৰ বীৰ অকণিৰ দল ।

আমিয়ে বণুৱা আমিয়ে বন্নুৱা
খোজত কঁপনি ধৰণী তল ;
আমিয়ে বিশ্ব শান্তি অনাৰ
আশা-ভৰসাৰ থল ।

আমি একোপাহি বিশ্ব-ফুলনিৰ
পাৰিজাত পৰিমল ;
হিয়াত আনি দিয়া ভৰা লুইতৰ
প্ৰীতি-আনন্দৰ ঢল ।

আমিয়ে নতুন পৃথিৱী গঢ়াৰ
হিয়াৰ অসীম বল
আমিয়ে জোন-বেলি নতুন পোহৰৰ
গৌৰৱ চিৰ-উজ্জল ।

॥ ৬ ॥

বিশ্ব শান্তিৰে নিজৰা চেনেহী অ' মোৰে হিন্দুস্থান
জগতজননী মোৰে জন্মভূমি সু-পৱিত্ৰ তীৰ্থস্থান—
চেনেহী অ' মোৰ হিন্দুস্থান ।

অৱতাৰ যি দেশ বেদনিধি বেদব্যাস
শ্ৰীকৃষ্ণ ভগৱান
পালে পৃথিৱীয়ে জ্ঞান মূলমন্ত্ৰ অহিংসাৰ
বাপুজীৰ অৱদান—
চেনেহী অ' মোৰ হিন্দুস্থান ।

ধনে-ধানে সসাগৰা নদ-নদী মনোহৰা
প্ৰেম আলিঙ্গন গান
সমীৰণে বায়ু বীণ জৰা-ব্যাধি মৃত্যুহীন
পুষ্প সঞ্জীৱনী ঘ্ৰাণ
চেনেহী অ' মোৰ হিন্দুস্থান ।

নাই ক'তো গোৰা এনে একে জাতি একে প্ৰাণ
চল্লিশ কোটি ভাৰতী সন্তান—
'জয় ভাৰতৰ জয় জয় ভাৰতৰ জয়'
খোজে প্ৰতি আহ্বান—
চেনেহী অ' মোৰ হিন্দুস্থান ।

॥ ৭ ॥

অ' আমাৰ পৃথিৱীখন
বুকৰ তেজেৰে ৰঙা
মনৰ মৰমে সনা
শ্বহীদৰে জীৱনৰে পণ ।

দেশে দেশে হাহাকাৰ
ঘৰে ঘৰে অনাহাৰ
কেলেই লাগিছে আমাক ৰণ ;
হক্ পৃথিৱীৰে পৰা
কৰা আজি ধ্বংস কৰা
শোষণ শাসন হত্যা দমন
আহা আজি আগে বাঢ়ি
জগতৰে নৰ-নাৰী
লাঞ্ছিত বঞ্চিত বিদ্ৰোহী মন ;
গোৱা সৱে এটি গান
হক্ চিন্তা একে ধ্যান
বৈ যক চেনেহৰে চকুলোকণ ।

আমি আঁকা পৃথিৱীৰ
মানুহৰে মুখনিৰ—
একে ৰঙৰ ছবি একেখন ;
আহা উকৰাই আহা
শান্তি মুক্তিৰ পতাকা
একে যুক্তি একে নিদৰ্শন ।

॥ ৮ ॥

মই গাওঁ অসমীয়া গান
চুমাৰে উপৰি চুমা দি শিনোৱা
মোৰ আইৰ কণ্ঠ অমিয়া দান।

সৃষ্টিৰ নৃত্য দিম মোৰ কৃষ্টিৰ
নিতে নব অৱদান:
সেয়ে মোৰ শান্তি সেয়ে মোৰ তৃপ্তি
আৰু নাই যে কামনা আন।

জাতি অসমীয়া ভাষা অসমীয়া
মোৰ অসমীয়া মন-প্ৰাণ
খোৱা অসমীয়া পিন্ধা অসমীয়া
সেয়ে মোৰ সুন্দৰৰ ধ্যান।

তেজ টুপি গাত থাকে মানে মোৰ
ৰাখি যাম আইৰে মান
জগতে তেতিয়া সাৱটি ধৰিব
শান্তিৰ বাজিব ঐকতান।

।। ৯ ।।

জননী মোৰ জন্মভূমি
তুমিযে মোৰ প্ৰাণৰ শান্তি
পাহৰাই দিয়ে মৰমে তোমাৰ
জীৱনৰে যত ক্লান্তি ।

তুমিয়ে সুখৰ মোৰ
মাধুৰিমা সপোনৰ
দুখৰো লগৰী চিৰ
সান্ত্বনা জীৱনৰ
সঞ্জীৱনী তুমি মন্ত্ৰ মৃত প্ৰাণৰ
ভাঙি দিয়া মোৰ ভ্ৰান্তি ।

অ' মোৰ ধৰ্ম অ' মোৰ কৰ্ম
অ' মোৰ জন্মভূমি
নাই আৰু এনে পুণ্যভূমি
স্বৰ্গতকৈও অধিক তুমি
অ' মোৰ জন্মভূমি—
জ্বলি-ৰ'ক পূজা দেউলত মোৰ
হিয়াৰে এগছি বন্তি ।

॥ ১০ ॥

গঢ়িম স্বাধীন মোৰ নতুন অসম
নতুন চকুৰে চাম নতুন ৰূপম ।

উৰিছে ঊর্দ্ধে ত্রিৰঙ্গ পতাকা
মিলিত মাজে জাগ্রত জনতা
আহাহে দলিত আহাহে ঘৃণিত
বাঢ়ি কদম্ কদম্ আগ কদম্ কদম্

জয় অসমৰে জয়
জয় ভাৰতৰে জয়
জয় জগতৰে জয়
জয় মানৱৰে জয়

গোৱা ই জয়ৰে গান—
কৰি পুণ্য-সলিলে মুক্তিস্নান
ঢালি নতুন হিয়াৰ নতুন মৰম
গঢ়িম স্বাধীন মোৰ নতুন অসম ।

॥ ১১ ॥

যিদিনা এৰিলা প্ৰাণ
সহি লাজ অপমান,
মাউতিযগীৰ স্মৃতি যুগমীয়া
থলা যি দেশৰ মান
অ' মোৰ মাতৃ অ' মোৰ ভক্তি
অ' মোৰ জেৰেঙা তীৰ্থস্থান।

ই যে নহয় মৰু তীৰ্থস্থান—
সতীৰ জন্মস্থান,
আছে শত শত আহিঁ সতী
বীৰৰ বোৱাৰী প্ৰাণ
স্বামী-ভক্তিৰ ধ্যান
অ' মোৰ মাতৃ অ' মোৰ ভক্তি
অ' মোৰ জেৰেঙা তীৰ্থস্থান।

আজি লোৱা ই পুণ্য মহাপূজাৰ
যাচিছো ভকতি অশ্ৰুধাৰ
মিনতিৰে প্ৰণতিৰে
হৃদয় অৰ্ঘ্যদান,
অ' মোৰ মাতৃ অ' মোৰ ভক্তি
অ' মোৰ জেৰেঙা তীৰ্থস্থান।

॥ ১২ ॥

মোৰ অসমৰ গানৰে মন্ত্ৰত
ঊষাৰ আলোৰে অৰুণ উদয় হ'ল,
পুৰতি সমীৰে ঢালিলে শীতল
ফুলিলে গন্ধ নন্দন-পৰিমল।

চিত্ৰলেখাৰ নাচোনত বিশ্বৰ
নাচি উঠিল প্ৰাণ—
গালে বিহঙ্গীয়ে সেই জয়গান
লখিমীয়ে দিলে সেই অন্নদান
এই দেশ মোৰ এই ভাষা সুৰ
দেৱতাৰ ভক্তি ধ্যান মন্ত্ৰ হ'ল
বিশ্ব সৃষ্টিৰ এইযে উদয়াচল।

এই মোৰ নৱগ্ৰহ
চন্দ্ৰ-সূৰ্য গ্ৰহ-তৰা
নদ-নদী গিৰি মনোহৰা
মঙ্গল অনুগ্ৰহ;
সুৰবে শলিতা জ্বলিলে সুন্দৰৰ
পৃথিৱী জলমল্ উজ্জ্বল।

॥ ১৩ ॥

আই তোৰ কিনো যে শুৱলা মাত
কিনো যে শুৱলা মাত,
শিকালি মাতিব ঢালি দি অমিয়া
হিয়া মোৰ কৰিলি শাঁত—
কিনো যে শুৱলা মাত।

কিনো পিয়াহৰে পানী
হৰিলি মাতটে ফটিকৰে ধাৰ
সৰগৰ নিজৰা আনি,
নাই গাত তত্ বেলি দুপৰীয়া
হৰিলি ভোকৰো ভাত
কিনো যে শুৱলা মাত—

অ' মোৰ পৃথিৱীৰ প্ৰথমৰ
অসমৰ শুৱলা মাত
সাতে সেৱা কৰি মাতো সাদৰি
তোৰেনো শিকোৱা মাত
পাওঁ জীৱনৰে সকলো শান্তি
বিশ্বৰ শকতি গাওঁ
কিনো যে শুৱলা মাত।

॥ ১৪ ॥

তই গাব যে লাগিব গান
জুৰিব লাগিব ভগ্ন বীণাৰ
ছিন্ন তন্ত্ৰীৰ তান।

খোজ দি খোজতে বিশ্বৰ মাজত
পাব যে লাগিব স্থান,
জিলিকি উঠিব অতীত গৌৰৱ—
ৰ'ব কীৰ্তি দীপ্তিমান।

দিবই লাগিব একতা মন্ত্ৰে
জীৱন আহুতি দান,
জয় নিশ্চয় হ'বই এবাৰ
সহায় আছে ভগৱান।

॥ ১৫ ॥

আজি গাবই লাগিব বিপ্লৱী তোমাৰ
জীৱনৰে জয়গান
হোৱা জাগ্ৰত হে দলিত-ঘৃণিত
শত বিদ্ৰোহী মন-প্ৰাণ।

পুৰিব লাগিব জাতি বিভেদতা
শাস্ত্ৰ পুৰণিকলীয়া
লিখিব লাগিব মানৱেই শ্ৰেষ্ঠ
নীতি যাউতিযুগীয়া
হক বুকৰ এটি ফিৰিঙতিয়েই
বিজয়ৰ অভিযান।

উঠাহে মাতৃ জাগাহে ভ্ৰাতৃ
ভাঙি দাস্ত কাৰাগাৰ
নাই ভয় নাই মানৱ তুমি
তুমিয়েই ভগৱান।

ব'লা আগুৱাই ব'লা আগুৱাই
অ' ভাৰতৰ নৱ প্ৰভাতৰ
তৰুণ অৰুণৰ দল,
সমুখত সউ কৰ্তব্য পূজাৰ
সময় তোমাৰ হ'ল।

তোমাতেই আছে শত সুকৃযৰ
শক্তি-মন্ত্ৰ-বীৰ্য-বল,
তুমি ধৰণীৰ জয় জননীৰ
উচ্চ হিমাদ্ৰী বক্ষস্থল—
সমুখত সউ .... ।

তোমাৰ দৃষ্টিৰ আলোত ফুলিব
শস্য সুফলা শ্যামল
হাঁহিত ফুলিব উলাহে উপচি
ওঁঠে ওঁঠে শতদল—
সমুখত সউ... ... ।

ব'লা পদব্ৰজে পিন্ধি জয়মালা
এন্ধাৰ আঁতৰি গ'ল;
দিছে প্ৰকৃতিয়ে গিৰি দেৱালয়ে
(তোমাকেই) ভক্তি-পুষ্প-অৰ্ঘ্যজল।
সমুখত সউ কৰ্তব্য পূজাৰ
সময় তোমাৰ হ'ল।

॥ ১৭ ॥

বীৰ অসমৰ বীৰ ভাৰতৰ
কোনে কয় আজি
কুশল কোঁৱৰ নাই ?
পালে সেই শক্তি কাচৰ কাঠৰ
শত শত জনতাই ।

পূবে ঢল কাটোতে যদিও শত্ৰুৱে
নাশিলে বীৰক হায়
সিদিনা সূৰ্যে প্ৰণামি বুলিলে
স্বাধীন ভাৰতী আই
কোনে কয় আজি কুশল কোঁৱৰ নাই ?

কোনে কয় আজি কান্দে কোঁৱৰৰ
মৰমী প্ৰিয়তমাই
অসমৰ জীয়াৰী বীৰৰ বোৱাৰী
কান্দিব শিকা যে নাই
কোনে কয় আজি কুশল কোঁৱৰ নাই ?

মৰা নাই আজি সেই অসমীয়া
যায় নিতে আগুৱাই
গাব অসমৰ জয় ভাৰতৰ
যুগে যুগে শতিকাই
কোনে কয় আজি কুশল কোঁৱৰ নাই ?

আজি ক্লান্তিৰ শেষ আছিল শান্তি
উছৰ স্মৃতি স্বাধীনতাৰ
শত হৰষৰ বাজি উঠিল হিয়াৰ
জয়ধ্বনি জয়-ঝঙ্কাৰ ।

জগোৱা আজি জগোৱা অ'
সুপ্ত চেতনা প্ৰাণৰ
বজোৱা বজোৱা শঙ্খ-ঘণ্টা
মঙ্গল ঐকতানৰ
গোৱা জয় ভাৰতৰে জয় জগতৰে
শান্তি মন্ত্ৰ মানৱতাৰ ।

আহা উৰুৱাই হিয়া আঁচলেৰে
গৌৰৱ-ধ্বজা স্বাধীনতাৰ
নানিবা চিন্তা হা-হুমুনিয়া
দুখ দৈন্য মলিনতাৰ

দিয়া হিয়া ভৰি ভৰি হিয়াৰ
মাতৃ চৰণে তোমাৰ
অৰ্ঘ্য আজি ই পূজাৰ—
উছৰ স্মৃতি স্বাধীনতাৰ ।

॥ ১৯ ॥

ধন্য হে তুমি পুণ্য হে তুমি
তীর্থ অসম দেৱলীলা ভূমি,
জয় জয় জয় জয়হে মোৰ
জগদ্ধাত্ৰী জননী জন্মভূমি।

সুজলা সুফলা শস্য শ্যামলা
নদ-নদী গিৰি পৰ্বতমালা
মুক্তকেশিনী ভুৱনমোহিনী
ৰূপ মধুৰী নিৰুপমা তুমি
জয় জয় জয় জয়হে মোৰ
জগদ্ধাত্ৰী জননী জন্মভূমি।

জন-গণ মুনি মনমোহিনী
বেদ তত্ত্ব মন্ত্ৰ জ্ঞানদায়িনী
বীৰ প্ৰসৱিনী বিশ্ব বিজয়িনী
অনাদি অনন্ত অদ্বিতীয়া তুমি
জয় জয় জয় জয়হে মোৰ
জগদ্ধাত্ৰী জননী জন্মভূমি।

গাইছে আজিও সুধীবৃন্দে
তোমাৰ মহিমা মধুৰ ছন্দে
অজয় অমৰ তোমাৰ অভয়
অক্ষয় অমিয় চৰণ চুমি
জয় জয় জয় জয়হে মোৰ
জগদ্ধাত্ৰী জননী জন্মভূমি।

॥ ২০ ॥

মহা আত্মা যাৰ সত্য সাম্য ধৰ্ম অহিংসাৰ
মৃত্যুহীন মৃত্যুঞ্জয়ী মৃত্যু নাই তাৰ
মূৰ্তি সেই শান্ত মুক্ত বিশ্ব-প্ৰতিভাৰ
নমো নিত্য ভক্তি চিত্তে নমো শতবাৰ ।

দেশৰ মাটিত দি গ'ল ঢালি
হিয়া যাৰ উদাৰতাৰ ৰক্ত শ্ৰদ্ধাঞ্জলি
নাই আজি আৰু নাই
সেই বিশ্বপ্ৰেমিক বাপুজী আমাৰ নাই,
গাব শত শত শতিকাই
দিব চকুলোৰে সোঁৱৰাই
গোৱা অপৰাধী হ ভাৰতবাসী ।

সেই গান সেই বিশ্ব মহামানৱতাৰ
সত্য সাম্য ধৰ্ম অহিংসাৰ ।
সাধনাত যাৰ ভাৰত স্বাধীন হ'ল
সেই অমোঘ মন্ত্ৰ আদৰ্শ বিশ্ব উজলি ৰ'ল
দিয়া হক শান্তি হিয়াৰ ভক্তি শ্ৰদ্ধাঞ্জলি
সেই মহাপ্ৰয়াণ মহাআত্মাৰ
গোৱা অপৰাধী হে ভাৰতবাসী ।

সেই গান সেই বিশ্ব মহামানৱতাৰ
সত্য সাম্য ধৰ্ম অহিংসাৰ ।

॥ ১১ ॥

ব'ল আগুৱাই ব'ল অ'
বল আগুৱাই ব'ল
স্বাধীন দেশৰ ৰণুৱা আমি
আমিয়ে ৰণুৱাৰ দল—
ব'ল আগুৱাই ব'ল।

আছে আমাৰ হাতত
দেশৰ গুৰুভাৰ
ভঙা-গঢ়া কৰ্ম যত
নতুন আবিষ্কাৰ--
কামা আমাৰ সাম্য-প্ৰীতিৰ
ফুলক শতদল
ব'ল আগুৱাই ব'ল।

আমিয়ে দিলাম এমুঠি অন্ন
গোটেই জগতত
পাতিম বিশ্ব-শান্তি সভা
আমাৰ ভাৰতত।

গ'ল আঁতৰি গ'ল
দুখৰ এন্ধাৰ আঁতৰি গ'ল
কৰ্মই আমাৰ ধৰ্ম মহা—
স্বাৰ্থ বলি দিবৰ হ'ল—
ব'ল আগুৱাই ব'ল।

॥ ২২ ॥

আমি গৰখীয়া কৃষকে বন্ধুৱা
গাই যাম বতৰৰ গীত
ছটিয়াই দিমে ঐ মাণিকে মুকুতা
পথাৰে বননিত সমনীয়া
গাই যাম বতৰৰ গীত ।

কোৰে ছাৰতে সোণৰে চপৰা
গোটাকৈ ৰূপৰে বিত্
জিলিকি পৰিব আলিয়ে বালিয়ে
দেউতাৰে পদূলিত সমনীয়া
গাই যাম বতৰৰ গীত ।

ৰণৰে বেলিকা দিব আশীৰ্বাদে
আয়ে বহি পিৰালিত
শতক নাশিয়ে আহিলে উলটি
আমাৰো ৰণুৱা চিত সমনীয়া
গাই যাম বতৰৰ গীত ।

আমিও থৈয়ে যাম জীৱনৰ চানেকি
জিলিকায়ে পৃথিৱীত ;
মৰিও জনমে পাবলৈ বিচাৰোঁ
দেশৰে সাধিব হিত সমনীয়া
গাই যাম বতৰৰ গীত ।

॥ ২৩ ॥

কণ্ঠে কণ্ঠে মিলাম বিশ্বৰ
আমাৰ কণ্ঠৰ সুৰ ;
আমি অকণিৰ শান্তি-বাহিনী
বিশ্বৰ হিয়াৰ জুৰ
কণ্ঠে কণ্ঠে মিলাম বিশ্বৰ আমাৰ কণ্ঠস্বুৰ ।

আমি ভাৰতৰ আশা উন্নতিৰ ফুল
ন-পৃথিৱী গঢ়াৰ আমি জ্ঞান-বুদ্ধি-বল
শঙ্কা ধৰাৰ নাশি যত
এন্ধাৰ কৰিম দূৰ
কণ্ঠে কণ্ঠে মিলাম বিশ্বৰ আমাৰ কণ্ঠস্বুৰ ।

আমিয়ে কৰিম পৰ্বত পাহাৰ ভাঙি চুৰমাৰ
হেৰোৱা শিল্প ভূ-গৰ্ভৰ মাণিক উদ্ধাৰ
আমিয়ে কৰিম আমাৰ ভাৰত
স্বৰ্গ অমৰাপুৰ
কণ্ঠে কণ্ঠে মিলাম বিশ্বৰ আমাৰ কণ্ঠস্বুৰ ।

॥ ২৪ ॥

চেনেহী অ' মোৰ হিন্দুস্থান
জননী অ' মোৰ হিন্দুস্থান
বিশ্ব-সৃষ্টিৰ দেৱ চিন্তা তুমি
তুমিযে মোৰ তীৰ্থস্থান
চেনেহী অ' মোৰ হিন্দুস্থান।

সুজলা সুফলা শস্য শ্যামলা
নদ নদী গিৰি পৰ্বতমালা
মুনি মনোমহা দেৱলীলা, তুমি
স্বচ্ছল তটিনীৰ কল্ কল্ গান
চেনেহী অ' মোৰ হিন্দুস্থান
জননী অ' মোৰ হিন্দুস্থান।

তোমাৰেই গায় যশ গ্ৰহ-তৰা সবে
পঞ্চম সুৰে পখী মৃদু মৃদু ৰবে
আজি এই নতুনৰ নৱ-অভিযান
তোমাৰ পূজাতে দিছোঁ আত্ম-বলিদান
চেনেহী অ' মোৰ হিন্দুস্থান
জননী অ' মোৰ হিন্দুস্থান।

॥ ২৫ ॥

কদম্ কদম্ আমি আগুৱাই যাম
হৰদম্ আগুৱাই যাম ;
এক নতুন ধুনীয়া নতুন ধুনীয়া
দুনীয়া বনাম -

পাহাৰ ভাঙিম আমি পাহাৰ ভাঙিম
কাটি জঙ্গল-জমিন চাকা কৰিম
দৃষ্টিৰে বিদ্যুৎ-আলো জ্বলাম
দুনীয়াৰ চকুত চমক লগাম ।

কদম্ কদম্·· ···
হাতত হাতে আমি হাত মিলাম
কান্ধত কান্ধে আমি কান্ধ মিলাম
বিগুল বজাম জয়ৰ বিগুল বজাম
দেশে দেশে শান্তিৰ নিচান উৰাম
কদম্ কদম্········ ·

ভয় নাই আমাৰো আছে হাথিয়াৰ
বাপুজীৰ মন্ত্ৰ-ধৰ্ম অহিংসাৰ
জয় পুণ্য-তীৰ্থ মহাভাৰতৰ জয়
প্ৰণাম তোমাক কোটি কোটি প্ৰণাম
কদম্ কদম্ ···· ·· ··· ·········· · ।

॥ ২৬ ॥

চেনেহী চিকুণী আই তোৰ মু'খনি
ক'তো যে দেখাকে নাই পৃথিৱীৰ
ক'তো যে দেখাকে নাই ;
পূৱেকণে নিতে পুৱা প্ৰথমতে
তোকে আয় মিনতি জনায় ।
বুকৰে বোৱালি বৰ নৈখনি তোৰ
আঁচলৰ আগৰে মিজৰা আই ,
চৰণৰ তলৰে ফুল নন্দনৰে
ফুলালি গোন্ধে বিলাই ।
যেনি চাওঁ আই তেনি দেখা পাওঁ
তোৰ মান চেনেহী নাই ,
নোৱাৰোঁ শুজিব জনমৰে ঋণ
মৰোঁ তোৰ মু'খনি চাই ।

॥ ২৭ ॥

আমিয়েই পৃথিৱীৰ জেউতি চৰাই যাম
সেন্দুৰীয়া প্ৰভাতী ৰবিৰ
দুচকুত আঁকি ল'ই সাত ৰং ৰামধেনুৰ
মনোমোহা এখনি ছবিৰ ।
আমিযে সাগৰ সিচি মাণিক মুকুতা আনি
দেখুৱাম ভাৱৰ গভীৰ,
মানুহৰ মৰমৰ হৃদয়ৰ হৰষৰ
গন্ধ মাধুৰী ছন্দ কবিৰ ।
আমিও একোটি হ'ম মহা মহা পুৰুষৰ
চানেকিৰে জ্ঞানী পৃথিৱীৰ,
মৰিও অমৰ হ'ম আমিও চানেকি হ'ম
জীৱন মালতী সুৰভিৰ ।
আমাৰেই আছে গাত পৃথিৱীৰ গুৰুভাৰ
গঢ়ি যোৱা ন-পাতনিৰ,
সোণালী আখৰে লিখা জীৱনৰ সেউজীয়া
যুগমীয়া কীৰ্তি কাহিনীৰ ।

। ১৮ ॥

আমি গাওঁ একেখন সেউজীয়া পৃথিৱীৰ
এখনি সভাৰ এখনি ৰভাৰ
একেটি সুৰৰ এটি গান ;
ঘৰে ঘৰে নৰমৰ অধিকাৰ মানুহৰ
কণ্ঠে কণ্ঠে তুলি ভেদাভেদ ভুলি
মিলনৰ এটি ঐকতান ।

একেখন আকাশৰ জোন-বেলি গ্ৰহ তৰা
একে ধৰণৰ একে ধৰণৰ
একে পোহৰৰ একে দান,
একে ছাটি বতাহেই বই যোৱা সৱাৰেই
গঙ্গ পৰশৰ গন্ধ সুবাসৰ
ঢালি দিয়া পুলকিত প্ৰাণ ।

একেখন লুইতৰ লুইতপৰীয়া আমি
সিপাৰৰ যাত্ৰী ইপাৰৰ কীৰ্তি
চিৰ-উজ্জ্বল গৰিমা গান ।

একেখন মাটিৰেই মাটিৰ মানুহ আমি
জীয়াই থকাৰ এটি কবিতাৰ
অধিকাৰ একে অভিযান ।

আমি গাওঁ একতাৰ সমতাৰ অধিকাৰ
যিটি গান শান্তি ধৰাৰ
চেনেহ চকুলো বোৱা চিনা চিনি চুমা খোৱা
আঁকোৱালি প্ৰীতি হিয়াৰ ।

একেখন সমাজৰ একে জাতি মানৱৰ
ভালপোৱা ধৰ্ম সবাৰ ;
কৰ্মৰ সবাৰো এক গোটেই বিশ্বখনিৰ
সুন্দৰ চিন্তা ধৰাৰ ।

একেটি পাৰতে আমি সাঁতুৰি জিৰাম আহি
বিশ্ব-প্লাৱন বাৰিধাৰ ,
একেটি ভিলেৰে আমি গুচাম দুৰ্ভিক্ষ ক্ষুধা
ধ্বংসি বিঘিণি হাহাকাৰ ।

শিল্পী আমিয়ে ধৰাৰ ভঙা-গঢ়া অধিকাৰ
আমাৰ হাততে গুৰুভাৰ ;
আমিয়ে বিশ্ব-সেৱক ভৃত্য-প্ৰহৰী-ৰক্ষক
পোহৰ অমৃত ভৰাৰ ।

॥ ৬

পৃথিৱীৰে পৃথিৱীৰে
পাতে পাতে অ' আমি ছুপিঠিৰে
থৈ যাম ৰঙা শোণিতেৰে
চানেকি জীৱন আহুতিৰে ।

আগে বাটি বাটি যাম
মৰিও জনমে পাম
আইৰে কোলাতে চুমাটিৰে
দিম বুকু পাতি পাতি
যাম দেখুৱায়ে আমি
মন্ত্ৰ একতাৰ শকতিৰে ।

গাম স্বৰাজৰ অমিয় নাম
আমিয়ে লিখি থৈ যাম
বুৰঞ্জী ৰঙা লেখনীৰে,
যাম আমিয়ে ৰচি এখনি
বিশ্ব শান্তিৰ আঁচনি
সৃষ্টি নতুনৰ পাতনিৰে ।

॥ ৩১ ॥

শিল্পী আমি ভঙা-গঢ়া বিশ্বখনিৰ
সৃষ্টি পাতনি সুন্দৰৰ
দৃষ্টিভঙ্গী দূৰদৰ্শী শান্তি বাণীৰ
বাৰ্তাবাহী দিগন্তৰ।

আমিয়েই ভাগকৰা
পথিকৰ ঢালি দিয়া
শান্তি তৃপ্তি অন্তৰৰ
শীতল মলয়া ছাটি
গাই প্ৰেম জয়-গীতি
তপ্ত মৰু প্ৰান্তৰৰ
বাৰ্তাবাহী দিগন্তৰ।

আমিয়েই প্ৰগতিৰ
গতি মহাশকতিৰে
গন্তব্য নিৰন্তৰৰ;
উলঙ্ঘি পৰ্বত গিৰি
আনিম এন্ধাৰ নাশি
পোহৰ যুগান্তৰৰ
বাৰ্তাবাহী দিগন্তৰ।

# আধুনিক

॥ ১ ॥

আজি এই শাৰদী জোনালী ৰাতি
তুমি যে খুজিছা
মায়া মৰীচিকা
ধৰিব ৰূপৰ পখিলাটি—
চিক্ মিক্ বিজুলীৰে ছাটি ?

যিটি গান মোৰ শেৱালি-তলৰ
দুৰ্বাৰ বুকুৰ
স্বপ্ন তুচকুৰ
আঁকোৱালি প্ৰীতিৰ চুমাটি—
তৃপ্তিৰ তাতে পৰিসমাপ্তি ।

(আজি) নুপুৰাৰি হেৰ নৱমী নিশাটি
প্ৰেম-ফুল-হাৰ
দিম উপহাৰ
হিয়াৰে প্ৰেমৰ পূৰ্ণাহুতি—
যাম তোৰ কোলাতে ঘুমটি ।

॥ ২ ॥

শেৱালি তোমাৰ শুকুলা বস্ত্ৰখনি
হ'লেও বিধবা জীৱন জুৰোৱা
বা-বিব্ মৃদু তাৰ গন্ধবোৰ
বৰ ভাল লাগে—
বৰ ভাল লাগে মোৰ ।

পথহাৰা কোন ভ্ৰান্ত পথিক
পোহৰ বিচাৰি ক্লান্ত অধিক
পাবলৈ স্নিগ্ধ ৰূপালী জোনালী
হিয়াৰ তোমাৰ মধুৰ আঁজলি
জীৱন কৰিলে ওৰ—
বৰ ভাল লাগে— বৰ ভাল লাগে মোৰ ।

মোৰো জাগে আজি সেই অভিলাষ
সেই কামনাৰ ৰূপালী উল্লাস
সেই শৰতৰ ৰূপৰে দীপালীৰ
ৰূপোৱালী মধু স্বপ্নবোৰ –
বৰ ভাল লাগে— বৰ ভাল লাগে মোৰ ।

তুমি, নহয় বিধবা সধবা শেৱালি
তুৰবিয়ে হিয়াত লোৱা আঁকোৱালি
দেৱতাৰ সিযে দেৱতাৰ লেখা
মোৰ যে শেৱালি গ'লগৈ নেদেখা
দেখলৈ ভাঙি থৈ যোৰ
বৰ ভাল লাগে— বৰ ভাল লাগে মোৰ ।

॥ ৬ ॥

মধুমতী !  তোমাৰ আঁকি দিয়া ছবিখনি
চিত্ৰ-প্ৰদৰ্শনীৰ,
মোৰ হৃদয়ৰে শত সাধনাৰে
মন্ত্ৰ সঞ্জীৱনীৰ ।

মোৰ অগোচৰ যদিও দৃষ্টিৰ
ৰূপায়িত হৃদয়ৰ সৃষ্টিৰ—
মৰমৰ তুলিকাৰে মিলনৰ আঁৰে আঁৰে
আঁকি দিয়া তুমি সাতোঁ বৰণ
ৰামধনুখনিৰ ।

মোৰ হ'লেও মায়া মৰীচিকা
চিক্‌মিক্ বিজুলীৰ দীপ-শিখা
তাতে মোৰ তৃপ্তিৰ পৰিসমাপ্তি
আছো মাথোঁ চাই সৌ নীলাৰ দেশৰ
তিৰ্‌বিৰ্ তৰাটি—
চিনাকি মু'খনিৰ ।

॥ ৪ ॥

মাজে মাজে কেতিয়াবা
বৰ হাঁহি উঠে মোৰ,
মনত পৰিলে সেই
তুমি কোৱা সাধুবোৰ—
বৰ হাঁহি উঠে মোৰ।

মোৰ চিন্তা-দাপোণৰ
বাস্তৱ আৰু স্বপ্নৰ
তুমি তাৰে এটি ছায়া
বহুৰূপী বহুমায়া
গোপিনীৰ বস্ত্ৰ চোৰ—
বৰ হাঁহি উঠে মোৰ।

তোমাৰ নয়নযুৰি
আহা কেনে বাহাতুৰি
মূৰত চৰাই বাহা
যেনে দাৰ্শনিক-মহা
বিশ্ব প্ৰেমত বিভোৰ

এইবাৰ বাৰিষাৰ
বৰষুণ ধাৰাসাৰ
গাঁও-ভুঁই তল গ'ল
সাধুকথা এটা হ'ল
তোমাৰ বগলাটোৰ।

॥ ৫ ॥

তুমিযে তুলিলা হিয়াতে
প্ৰণয়ৰে সুৰ নজনা শুণা
আশা নাছিল সুৰৰ সুৰতে
মিলাব হিয়াৰ বীণা—
প্ৰণয়ৰে সুৰ ·· ··· ।

সেইযে তুমি প্ৰথম পুৱাৰ
মেলি হিয়াৰ সোণৰ দুৱাৰ
সুৰতে মিলাই সুৰ বান্ধিছিলা তাঁৰ
তুলি ছন্দে ছন্দে মধু মূৰ্চ্ছনা
প্ৰণয়ৰে সুৰ ··· ·· ।

নাজানিলো সেই সুৰৰ মায়া
আলো নে ছায়া স্বপ্নকায়া
আজি পালো তাৰ প্ৰতিদান
মায়া মৰীচিকা ছলনা
ছলনা ছলনা ।

॥ ৬ ॥

স্মৃতি জাগে প্ৰিয় তোমাৰ—
অস্ত ৰবিৰ সুৰ-পূৰবীৰ
দূৰ নীলিমাৰ তৰা দীপালীৰ
আৰতি ৰচিলে সন্ধ্যাৰ ।

জোনায়ে যাচিলে জোছনা চুমাৰ
গৰবী কুমুদীবালাৰ
নাচে তৰঙ্গিনী প্ৰেম উন্মাদিনী
আজলী মৰমী হিয়াৰ ।

আজিও জ্বলে মোৰ প্ৰদীপ ব্যথাৰ
তোমাৰেই স্মৃতি পূজা-উপহাৰ
তুমি মোৰ অতিথি সেই সন্ধিয়াৰ
প্ৰথম প্ৰণতি পূজাৰ—
(কামনাৰে দীপ-শিখাৰ) ।

॥ ৭ ॥

মোৰ হিয়াই বিচাৰে
হিয়াই হিয়া মিলাই
পৃথিৱীৰ একণি ঠাই—
তুমি হ'বা তাৰ প্ৰেমৰ বাণী
মষ্ট ৰ'ম মুগ্ধ নয়নে চাই ।

খোপাতে পিন্ধাম মোৰ মনৰে মালতী
ভিত্তিত দিম গাঁথি হাৰ মেঘৰে বিজুলী
আঁচলতে দিম তৰা ফুল আনি
আকাশৰে হিয়া উদঙাই
তুমি হ'বা তাৰ প্ৰেমৰে··· ।

পুৱালে আমাৰ মধু জীৱনৰ
সুখৰ জোনালী ৰাতি—
তুমি আৰু মই দুটি পখি হ'ই
যাম উৰি যোৰ পাতি ;

মিলিমগৈ কোনোবা আকাশত দুয়ো
মিলনৰে এটি গীত গাই
আমাৰ আত্মাৰ মৃত্যু নাই—
তুমি হ'বা তাৰ··· ···· ।

॥ ৮ ॥

বাজি উঠে মোৰ     নীৰৱ আজি
তন্দ্ৰা হিয়াৰে বীণাৰ,
সেই অৰুণ     সেই আলোকৰ
মূৰ্চ্ছনা মৃদু ঝঙ্কাৰ।

সেই সপোনৰ তীব্ৰ কামনা
জাগ্ৰত সেই বুকৰ প্ৰেৰণা
এটি যৌৱন-গীতি
বিদ্যুৎ জ্যোতি
তৃষ্ণা অনল শিখাৰ।

সেই আকাশৰ     উদয়ৰ পথ
সেই অভিযান     বিজয়ৰ ৰথ
সেই ৰণ-ভেৰী
সেই জয়ধ্বনি
জীৱন প্ৰথম পূজাৰ।

॥ ৯ ॥

জম্ জম্ জম্     বাৰিষাৰ
বৰষুণে ধাৰাসাৰ
গুম্ গুম্ গুম্     মেঘৰে
গাজনি ঘোৰ শঙ্কাৰ।

নাচনী তাই বিজুলী
নাচোন মাৰি উজলি
মেঘৰ বুকুত লুকাই হাঁহি
কাচোন খুলি হিয়াৰ।

নাচে তাথৈ থৈয়—থৈ
বনৰে কুঁৱৰী জুই
উন্মাদিনী উলঙ্গিনী
ত্ৰাহি ত্ৰাহি হাহাকাৰ।

॥ ১০ ॥

সি যে কোনোবা দিনৰ
হেৰোৱা বীণৰ সুৰ
জাগিছিল যিটি জীৱনৰ গীতি
হৃদয়ৰ তৃষ্ণাতুৰ ।
সেই আকাশৰ আলো-ৰথখনি
হেঙুলীয়া সিটি আশাৰ ৰেঙণি
চাই চকুলো বোৱাই দূৰণিৰ প্ৰিয়াই
হৰষত ছুচকুৰ ।
আজি গ'লগৈ পথটি বহু দূৰ উৰি
ক'ত পাওঁ কোনে মোক দিব ধৰি
আকতো নাবাজে সেই সুৰ-সুধা
হিয়াজুৰ সুমধুৰ ।

॥ ১১ ॥

তুমি থাকিবা মোৰ সপোনৰ মাজতে
জ্বলাই ৰূপৰে দীপালী
নাচোনৰে এটি ছন্দ গীতিৰ
কণ্ঠ অমিয়া ঢালি ।
নাহিবা তপ্ত ধৰণীৰ এই
মৰুৰ বুকুলৈ
খোপাৰে মালতী গন্ধ আকুল
ৰূপৰ মাধুৰী লৈ
মেঘালীৰ সতে থাকিবা উমলি
আকাশে-বতাহে মিলি ।
ভাগিব আহিলে
প্ৰেমৰ প্ৰতিমা
নাথাকিব সেই
ৰূপৰ গৰিমা
মোৰ নাভাঙিবা এই জীৱনৰ মধু
কল্পনা সোণোৱালী ।

॥ ১২ ॥

মই গাওঁ আজি জীৱন আহুতি
জীৱনৰে জয়-গান,
তুমি নকৰিবা হিয়াৰ চঞ্চলতাৰ
অধিৰ মদিৰা পান।

ক্ষুধা হ'ব মোৰ শক্তিবাহিনী
তৃষ্ণা বুকৰ অগ্নিবাণ,
নেলাগে তোমাৰ মৰণ-যাত্ৰীৰ
ক্লান্ত জীৱনৰ গান—
লাগে মোক ধ্বংসি বাধাৰ প্ৰাচীৰ
নতুনৰ ব্যৱধান।

নেলাগে তোমাৰ দেখুৱাব সেই—
হিয়াৰ স্বৰ্ণ দুৱাৰ
প্ৰাণত উঠিছে বাজি ৰণ-ভেৰী
অৰুণ উদয় পুৱাৰ
মচি যাম মোৰ শত ক্ষুধিতৰ
চুমা দি মুখৰ ম্লান।

॥ ১৩ ॥

হিয়া উকঙা লাগে যদি
থাকিলে আঁতৰি দূৰত,
মিছা তেনে সেই ছবিখনি মোৰ
সাবটি বহালে বুকুত।

চকুলো সৰাবা চাই
সুখ সপোনৰ
বিলৰে বুকৰ নিশা
ছবিটি জোনৰ—
আহোঁতে ধিয়াই অলি-কোঁৱৰে
হাঁহিটি পদুমী উঠত।

বেদনাত জ্বলে যদি
বুকুৰ অনল,
বতাহে ঢালিব আনি
জুৰকৈ শীতল—

যদি ভালপোৱা দেখা পাবা নিতে
হিয়াৰে প্ৰতিটি কোণত

॥ ১৪ ॥

তুমি হ'বা আলো মই হ'ম ছায়া
মনৰ গভীৰ গহনৰ,
গান পখীৰ দৰে আমি ছুয়ো এটি
প্ৰেমৰ ৰাগিণী জীৱনৰ ।

মই হ'ম এডালি তৃণ-তৰুলতা
তুমি দিবা তাতে দোল
তুলি সাগৰৰ দৰে প্ৰেমৰে লহৰী
হিল্লোল কল্লোল ;
ৰচিম এখনি সুখৰে সৰগ
জীৱন সোণালী সপোনৰ—
মনৰে গভীৰ গহনৰ ।

থৈ যাম ঢালি প্ৰেমৰ আঁজলি
স্মৃতিৰ ৰাঙলী বুকত
দি যাম ছুয়ো বিদায় বেলিকা
প্ৰীতিৰ চুমাটি ওঁঠত ;
আকৌ আহিম আকৌ গাঁথিম
মালাধাৰি মধু মিলনৰ—
মনৰে গভীৰ গহনৰ ।

॥ ১৫ ॥

সপোনেই যদি মোৰ
দিয়ে সুখ জীৱনৰ
ক্ষতি নাই মোৰ তন্দ্ৰা
নাভাঙিলে নয়নৰ ।

মোৰ— নালাগে আঁকিব ছবি
দুচকুৰ পলকত
নাজাগিলে হিয়া যদি
দিঠকৰ পুলকত—
মোৰ— চকুলো সিদিনা আৰু
মুটুকিবা মৰণৰ ।

আহা মোৰ আজি আহা
নয়নৰে চিৰতন্দ্ৰা
আহা উজলাই মোৰ
জীৱন-যামিনী চন্দ্ৰা—
দিয়া মোক দিয়া আহি
আঁকোৱালি সপোনৰ ।

॥ ১৬ ॥

সি যে মোৰ এটি কোনোবা শাৰদী
জোনালী ৰাতিৰে গান,
শেৱালি তলৰে মলমী মু'খনি
অমিব উতলা প্ৰাণ !

জাগিছিল এটি সিখনি মুখৰ
আপোন পাহৰা সপোন সুখৰ
উঠিছিল বাজি হৃদয়ৰ ঘিটি
ব্যাকুল বিননি তান—
শেৱালি-তলৰে ....... ।

সেইযে মাণিকী চকুলো ছুধাৰি
আবেগত সৰা দুগালে বাগৰি
গ'ল বুকতে ঘুমটি নেগাতি মুবুলি
কৰি কিবা অভিমান—
শেৱালি-তলৰে·· ....... ।

॥ ১৭ ॥

যোৱা যদি ক্ষতি নাই
দুখ মাথোঁ এয়ে হায় !
আছি যদি কেতিয়াবা
দেখা নোপোৱা দুনাই ।

তৰা দেখি নীলিমাৰে বুকত
পৰে মোৰ কথা যদি মনত
হিয়া নকৰিবা ভাবি
তিলে তিলে পুৰি ছাই ।

মোৰ আছিলে এটি কথা
সিটি বুকৰ ঘিটি ব্যথা
তুমিতো নিদিলা ক'ব
গ'লা মাথোঁ কন্দুৱাই ।

॥ ১৮ ॥

তুমি কি বুজিবা হায়,
মোৰ ই গানৰ যাতনা প্ৰাণৰ
তুমিতো পোৱা যে নাই।

যিদিনা পাম মই বিচাৰি সুৰ
ছন্দ জাগিব মন্দ মধুৰ
কিয় আজি মোৰ কবিতাই
ছন্দ হেৰুৱাই
গন্ধ বুকৰ বিলাই?

গান মোৰ যদিও নহ'ল গোৱা
মিছা হ'ল যদি জীৱন পোৱা
নাযাচিবা মালা জগতে যিদিনা
ল'ব মোক ভাবি পায়।

॥ ১৯ ॥

মোৰ সমাধিৰ স্মৃতিৰ বুকুত প্ৰিয়
চৰণ পেলাবা তোমাৰ
লৈ ইখনি মুখৰ হাঁহিটিৰে
নিতৌ এবাৰ।

কই কাষতে এজুপি দিবা শেৱালি
আমাৰ মিলনৰ আঁকোৱালি—
দিব জোনায়ে সাজি এটি পোহৰৰ আলি
তুমি অহাৰ।

তাৰ শেৱালি-তলৰ বননিত পাবা
বুকৰ যত মোৰ কোমলতা—
পাবা মোৰ ই প্ৰেমৰ এটি মিনতি ভৰা
অৰ্ঘ্য হিয়াৰ—
চৰণ পেলাবা তোমাৰ।

॥ ২০ ॥

ক'ব পুৱতীৰ আকাশৰ জোনায়ে জুমি
সেই যে মচি দি যোৱা চকুলো তুমি।
পদুলিৰ শেৱালিয়ে
সুৰভি বিলাই
হিয়াৰ পুলক-প্ৰীতি
তুলিব জগাই
তুৰবিয়ে ক'ব পদপৰশ চুমি
সেইযে মচি দি যোৱা চকুলো তুমি।

আজিও স্মৃতিৰ সেই
বেদনা জাগে
সেই ৰূপ-দীপশিখা
অনুৰাগে—

কান্দে আজিও হিয়াৰ মোৰ শ্যামল ভূমি
সেইযে মচি দি যোৱা চকুলো তুমি।

॥ ২১ ॥

মোৰ দুৱাৰত বাজি ৰ'ল অনিৰ্বাৰ
চৰণ নেপুৰ-ধ্বনি তোমাৰ,
অন্তৰৰ পূজা নিছা উপহাৰ
দেৱতা তুমি প্ৰথম পূজাৰ।

কতনো ফাগুনে নিলে বিদায়
স্মৃতিৰ কাননখনি অগনি জ্বলায়
বাজি ৰ'ল মোৰ ৰাগিণী তোমাৰ
তাঁৰে তাঁৰে মৰম বীণাৰ।

আজিও দেৱতা তোমাৰেই ধ্যান
বন-বিহগীয়ে গায় তোমাৰেই গান
ল'বানে আজিও পূজা দেউলৰ
পূৰ্ণ কৰি বেদী হিয়াৰ।

॥ ২২ ॥

তাজমহল—তাজমহল—তাজমহল—
সাজিলে প্রেমিক ছাহজাহানে
প্রিয়াৰ সমাধি তাজমহল
পৃথিৱীত ৰ'ল যুগমীয়া হৈ
জিলিকি নিতৌ সুন্দৰ সুবিমল।

কতনো কবিৰ প্ৰাণৰ কল্পনা
প্ৰীতি-প্ৰণয়ৰে স্মৃতি মৌ-সনা
বিশ্বৰ যত নিত্য নতুন
যাত্ৰীৰ সমাবেশ;
ৰ লাগি লাগি চালেও নোহোৱা
তৃপ্তি নয়নৰ শেষ
লয় নাই তাৰ ক্ষয় নাই তাৰ
স্নিগ্ধ প্রেমৰ তীর্থ তাজমহল
বোৱাই আজিও শত প্রেমিকৰ
ব্যথাৰ অশ্রুজল।

এটি সাজিছিলো ময়ো পঁজাঘৰ
পৃথিৱীৰ মাটিৰ বুকুত.
নাজানিলো ভাঙে বুলি
মাটিৰ মানুহে সখি
মোৰ, মচি সুখৰেখা কপালৰ ।

মিছাতেই মোৰ বুলি
ধৰিছিলো আঁকোৱালি
(যাক) ভাবিছিলো লগৰী লগৰ
মিছাতেই উৰি যোৱা
চাকৈয়ে লই চকোৱা
আঁকিছিলো ছবি যি সুখৰ ।

(সখি) নিদিবা সেই ল'ৰালিৰ
ভাঙি যোৱা খেমালিৰ
সোঁৱৰাই স্মৃতি অতীতৰ,
পাম, মাটি হই মাটিতেই
পৰশ প্ৰেমৰ সেই
(মোৰ) শেষ হ'লে কন্দা জীৱনৰ ।

॥ ২৪ ॥

নই দেখিছিলো সিদিনা তোমাৰ
মুখত কবিতা সনা,
হিয়াত চন্দৰ গন্ধ অমিযা
আকুল উন্মাদনা
মুখত কবিতা সনা।

সিদিনা আছিলে জোনালী যামিনী
হিয়াত গোৱা মোৰ ব্যাকুল ৰাগিণী
কি যে মনোমোহা আলোকিটিব
তন্দ্ৰা বীণাৰ মূৰ্চ্ছনা —
মুখত কবিতা সনা।

নাই সেই আজি স্মৃতি জোনালীৰ
গোপনে পিন্ধোৱা মালা শেৱালিৰ
হ'লেও তুমি মোৰ এদিনৰ চিনাকি
বুকুত বজ্ৰ হনা
মুখত কবিতা সনা।

॥ ২৫ ॥

মচি দিব আৰু নেলাগে মোৰ
অশ্ৰু বেদনাৰে দুচকুৰ,
প্ৰতিদান সি যে ভালপোৱা মোৰ
বেদনা যদিও মধুৰ।

প্ৰেম যমুনাৰে যদি পাৰ
ভাঙে উথলি ঢৌ হিয়াৰ
চাপিব যে সৈ তোমাৰ কাষতে
মোৰ ই হিয়াৰ ভুৰ।

বীণ ভাগি-ছিগি যদি যায়
নপাহৰে তাৰ পৰশ কিনাই—
হ'লেও কঠিন বজ্ৰ আঘাত
সোঁৱৰণি সিযে হিয়া জুৰ।

॥ ২৬ ॥

মোৰ কামনাৰ দীপশিখা জ্বলি
আঘোণ আজিও আহে ;
সেইযে নৱনী প্ৰাণৰ লখিমী
আঘোণী আৰু যে নাহে।

সিদিনা আছিলে আকাশ উজলি
জীৱন কৰি মোৰ গোটেই জোনালী
সুখ-সপোনৰ মধু-মিলনৰ
উপচি হিয়া উলাহে—
আঘোণ আজিও আহে
আঘোণী আৰু যে নাহে।

সিদিনাই গালো জীৱনৰ যিটি
মোৰ প্ৰণয়ৰ প্ৰতিমাৰ গীতি
সিখনি মুখৰ ছবিটি আজিও
স্মৃতিৰ পটত ভাহে—
আঘোণ আজিও আহে
আঘোণী আৰু যে নাহে।

সিদিনাত ক'বা মুশুনা সাধুটি
ছিয়াভে সাবটি লৈ,
শুনি শুনি মোৰ আহিব ঘুমটি
কানোবা দেশৰে ঐ ।

ভালপোৱা যদি সুকোমল মোৰ
জাপি নিদিবা হিয়াত চিতা-কাঠবোৰ
(ইমান গধুৰ চিতা-কাঠবোৰ)
মই ৰ'ম চাই মুখলৈ তোমাৰ
বোলাতে মূৰটি থৈ—
শুনি শুনি মোৰ··· ·· ······ ।

আজি ই প্ৰথম মিলনৰে ৰাতি
আহে যদি সেই মধুৰ ঘুমটি
দিয়া মোক এটি চিৰ-আঁকোৱালি
'তুমি মোৰ' বুলি কৈ—
শুনি শুনি মোৰ· ···· ·· ।

॥ ২৮ ॥

বন্দী তোমাৰ আছিলোঁ সিদিনা
ৰূপ-তৃষা মাধুৰিমাৰ
মুক্ত আজি মই ভাঙি সেই চিত্ত
মোহ-মায়া কাৰা লোহাৰ ।
বাহিৰত সউ শুনো জনতাৰ
হাহাকাৰ অনাহাৰ,
ময়ো যে এজন শত জনতাৰ
ক্ষুধিত আৰ্ত্ত হিয়াৰ—
মুক্ত আজি মই ·········· ।
মুটুকিবা আক হুচকুৰ সেই
বিদায়ৰ শতধাৰ,
মাতে পৃথিৱীয়ে অভিযান আজি
শক্তি অজেয় দুৰ্বাৰ—
মুক্ত আজি মই················ ।

॥ ২৯ ॥

সেইদিনা দিয়া তুমি বুকুৰ বীণাত আনি
কেতেকীৰ হিয়াভগা সুৰ,
আঁকোৱালি কোৱা সেই সপোনত দেখি মোক
চকুপানী বোৱা দুচকুৰ ।

তুমিযে সিদিনা মোৰ
হৃদয়ত আঁকি দিয়া
সিথনি সুখৰ ছবি
প্ৰাণ-মন মতলীয়া --
তাকে চাই গাইছিলো প্ৰণয়ৰ যিটি গান
হিয়া মোৰ পৰিছিলে জুৰ ।

নাগাঁথিবা মালাধাৰি
নাই আৰু সুৰভিৰ
মৰম মাধুৰী লনা
পদূলিৰ শেৱালিৰ--
মই আজি সপোনৰ ঊৰ্দ্ধ সউ গগনৰ
ঊৰ্দ্ধে আৰু ঊৰ্দ্ধে বহু দূৰ ।

॥ ৩০ ॥

মই গোৱা গানবোৰ মানুহৰেই হিয়াৰ
মানুহেই কৰিব বিচাৰ,
তোমাতো আছে মোৰ ভালপোৱা অধিকাৰ
কৰিলেও তুমি অবিচাৰ—
মানুহৰেই হিয়াৰ মানুহেই কৰিব বিচাৰ।

গাই যাম ইতিহাস তুমি দিয়া বেদনাৰ
ভালপোৱা মানৱী হিয়াৰ,
তোমাৰ দৰেই আছে কতনো মানৱী আৰু
নহয় দানৱী ই ধৰাৰ—
মানুহৰেই হিয়াৰ মানুহেই কৰিব বিচাৰ।

নুবুজিলা তুমি হায় মোৰ এই ভালপোৱা
হৃদয়ৰ গভীৰতাৰ—
গাই যাম থাকোঁ মানে আৰু যত গান মোৰ
হিয়া ভগা শত-বেদনাৰ—
মানুহৰেই হিয়াৰ মানুহেই কৰিব বিচাৰ।

॥ ৩১ ॥

হ'ল পুৰাৰে 'মলিন-জোন'ৰ বুকুতে লীন
সেই সপোন নিশাৰ প্ৰণয়ৰে স্মৃতি-চিন্।

কিয় আহিছিলা তুমি
নয়নৰে পাহি চুমি
অতিথি সঙ্গীবিহীন।
গ'লা কন্দুৱাই মাথোঁ
বাই মোৰ হিয়া-বীণ।

নজলে আৰু হিয়াৰ
দীপ-শিখা কামনাৰ
জ্বলি জ্বলি হ'ল ক্ষীণ—
মিছাতেই মোৰ বুলি
আছিলো যে গণি দিন।

॥ ৩২ ॥

পথ নকৰিবা মোৰ বিদায়ৰ
চকুৰ পানীৰে পিছল,
হৃদয় দহিলা যি অনলে—
আৰু কি পৰিব শীতল ?
এই পদূলিৰ শেৱালি জুপিৰ
ডালতে নীৰৱে নিশা—
পৰোতে সিদিনা মোৰে প্ৰাণ পখী
দেখি পাহৰৱে দিশা—
নেপালে জিৰাব বুকুতে তৃষা লৈ
কান্দি উৰি গুচি গ'ল ।
তুমিয়ে সিদিনা আঁজুৰি ছিঙিলা
হৃদয়ৰ তাঁৰ মোৰ
কি হ'ব জুৰিলে মিলনৰ আৰু
মধুৰ ৰাগিণীবোৰ—
দিলা যাক তুমি হেৰা অভিমানী
চকুপানী দুচকুৰ অবিৰাম ।

॥ ৩৩ ॥

আজি এই সন্ধিয়া অ'—
নচপাবি আৰু নাও তোৰ ইঘাটে
নচপাবি আৰু নাও,
চাই যা এটুপি চকুলো টুকি
সোণৰ চেনেহীৰ গাঁও ।
একা-বেঁকা সৌ বাটে পথাৰৰ
দাঁতি-কাষৰীয়া বাও,
কাষতে কলসী লৈ মোৰ চেনেহী
আহে যেনে আহে পাওঁ ।
নাই আজি আৰু ইঘাটে চেনেহী
শিয়ালে পাৰে ঐ বাও,
যে ভোৰ পাৰিদে নাও মাজে মাজে
সাগৰৰ বুকলৈ যাওঁ ।

হয় চকুলো যদি মোৰ
ধাৰাসাৰ বান বাৰিষাৰ—
পূজাৰ স্মৃতিৰ ফুল
উটি-ভাহি গৈ মোৰ
চৰণ চাপিব তোমাৰ ।

পূৰিব হিয়াৰ মোৰ
অপূৰণ যত আশা
তুমিয়ে জগাই তোলা
কামনাৰ ৰূপ-তৃষা
হিয়া ধুনি জ্বলি উঠা
বিৰহৰে যামানিশাৰ ।

মোৰ এই ছুচকুৰ
চকুলোৰে উটি-ভাহি
বজাব লাগিব তুমি
বুকতে বাঁহীটি আহি
জগাই পুলক প্ৰীতি
কঁপাই হিয়াৰ ছুয়ো পাৰ ।

॥ ৩৫ ॥

যদি মেঘৰে গাজনি শুনি
হিয়াত উঠে কঁপনি—
লুকুৱাবা কাৰ বুকৰে মাজত
মৰম পৰশে মু'খনি।

জাগে শঙ্কা সঘনে
যদি হিয়াৰ
বাজে ডঙ্কা গুৰু
মেঘ-মল্লাৰ—
বিজুলী ঘনে ঘন
কঁপে তৰু ফুলবন
বজ্ৰ অগনি পোৰণিৰ
কোনেনো দিবহি বুজনি ?

॥ ৩৬ ॥

মনত পৰে আজি মোৰ
মনত পৰে আজি মোৰ,
সেই হেৰোৱা দিনৰ
স্মৃতিৰ মধু নিশাবোৰ।
সেই সপোনৰ সেই ফাগুনৰ
ফুলৰ বুকৰ যিটি সুৰ,
নাচিছিলে হিয়া গন্ধে মতলীয়া
মোৰেই বুকৰ সু-মধুৰ।
পৰিছে মনত কোনোবা ক্ষণত
হিয়া ভাঙি গোৱা এটি সুৰ,
আকতো নোপোৱা আঁকি থৈ যোৱা
সেইযে মু'খনি হিয়া জুৰ।

॥ ৩৭ ॥

নোজোৰাবা আৰু ছিগা তাঁৰ
শেষ হ'ল সিদিনাই
মৰম তোমাৰ যত
উথলি হিয়াৰ।

যিদিনা ছিঙিলা তাঁৰ
আঁজুৰি হিয়াৰ
সিদিনাই শেষ হ'ল
সুৰৰ জোঁকাৰ—
আৰুতো নুঠিব বাজি
হিয়াৰ নাচোন তুলি
ৰাগিণী তোমাৰ।

হিয়া মোৰ আজি আৰু
নাই দিবলৈ
কথা মোৰ আজি আৰু
নাই ক'বলৈ—
নাই আৰু আজি সেই
ডালৰ পখিয়া যুৰি
সোণালী পুৰাৰ।

॥ ৩৮ ॥

ছবি আঁকিছিলা যদি
সাতৰঙা সপোনৰ,
কোটি কিয় কপালৰ
মুচিলেনো অকণৰ ?
আঁকিছিলা যদি পাৰ
কিয়নো নিদিলা চাৰ
লগনৰে ছবিখনি
হৃদয়ৰে দাপোণৰ ?
মনৰে মালতী পাহি
অকণে মিচিকি হাঁহি
লুকালে বুকুতে গই—
কোনোবা যে গগনৰ ।

॥ ৩৯ ॥

আজি হ'ল নেকি শেষ তোৰ
প্ৰতিমা পূজাৰ,
হিয়াতলি দেখুৱালি
হৃদয়ৰ দীপাৱলী
গন্ধ ধূপ-ধূনাৰ !
মিছাতে পূজিলি তই
আপোন ভুলি
নাচালে এবাৰো তোক
পূজাৰী বুলি—
মিছাতেই দেখুৱালি
হৃদয়ৰ সোণোৱালী
মন্দিৰ দুৱাৰ ।
প্ৰতিমা প্ৰেমৰ বুলি
দিলি আঁকোৱালি
বুকুৰ যিকণি তেজ
ঢালি চুকুৱালি—
পালি জানো প্ৰতিদান
প্ৰতিমাৰ বজ্ৰ প্ৰাণ
প্ৰেমৰে চুমাৰ ।

॥ ৪০ ॥

মই নোৱাৰো ৰ'বলৈ
প্ৰিয় মোৰ তোমালৈ
সৌ মোক মাতিছে উদয়াচলে
পোহৰৰ কোলালৈ ।

চোৱা সৌ উচ্চ উন্নত গিৰি
উঠিছে বাজি মোৰ জীৱন ৰণ-ভেৰী
নাপাবা মাতিলে কান্দি পিছপৰি
আৰু মোক হিয়ালৈ ।

আজি মোৰ দ্ৰুত অগ্ৰগতি
জ্বলিছে নয়নত দীপ্ত জ্যোতি—
তাৰে পোহৰত বিলাম সাম্যৰ
মৰমৰ হিয়াৰ ধৰালৈ ।

॥ ৪১ ॥

কেনিনো আগুৱাই যাওঁ
নিশাৰ এন্ধাৰে ধৰণী ঢাকিলে
পোহৰ ক'তনো পাওঁ ?

এন্ধাৰৰে নিশা পোহৰৰে দিশা
ক'তো যে দেখা নাপাওঁ,
হিয়া ভাঙি ভাঙি চকুলোৰে ভাহি
হিয়াৰ গীতকে গাওঁ ।

এন্ধাৰতে বহি তৰা গণি গণি
মাথোঁ আকাশলৈ চাওঁ,
শিয়ৰি উঠে মোৰ শুনি গাৰ লোম
নিশাৰ পশুৰ ৰাও ।

অকলশৰীয়া নাই লগৰীয়া
নচলে আগলৈ পাৱ,
গ'ল দিহাদিহি সকলোৱে এৰি
নাই পাৰে হোৱা নাও ।

॥ ৪২ ॥

অ' মোৰ দূৰণিৰ ৰিণি ৰিণি ৰিণি
সেউজী গুৱনি গাঁওখনি,
মলযাই অনা হিয়া ভগা এটি
কোনোবা দিনৰ কাহিনী।

আজিও মনত পৰে মোৰ গধূলি
সেইযে গুৱনি মু'খনি,
পানী লৈ আহোঁতে দেখিলো লাজতে
লওঁতে ওৰণি টানি।

নচপাবি হেৰ ইঘাটে আৰু
নাৱৰীয়া তোৰ নাওখনি,
লৈ যা প্ৰিয়াৰ সমাধি বুকৰ
স্মৃতিৰে সুৰভি একণি।

॥ ৪৩ ॥

মোৰ নিদিওঁ বাজিব আৰু
হিয়াৰ আলসুৱা তাঁৰ,
মৰমত বাজি হৰষত নাচি
পৰশত ছিগিলে যাব।

সিদিনা আছিলে মোৰ
হিয়াৰ বেদীত জ্বলি
দেউলৰ চৌপাশে
আৰতিৰ দীপাৱলী
হৃদয়ৰ অৰ্ঘ্য প্ৰণয়ৰ স্বৰ্গ
যৌৱন ৰূপ-ৰচনাৰ—
মৰমত বাজি হৰষত নাচি
পৰশত ছিগিলে যাব।

শেষ হ'ল আৰতিৰ
জ্বলি ধূপ-দীপশিখা
হৃদয়ত জাগি ৰ'ল
কামনাৰ ৰূপ-তৃষা

বাজি ৰ'ল এটি সুৰৰ কঁপনি
অশ্ৰু বোৱাই শতধাৰ—
মৰমত বাজি হৰষত নাচি
পৰশত ছিগিলে যাব।

॥ ৪৪ ॥

কাহানিয়ে তুমি কৈ গ'লা
আহিম এতিয়াই বুলি,
দি গ'লা সেই মিচিকি হাঁহিটি
প্ৰেমৰে লহৰী তুলি
আহিম এতিয়াই বুলি।

আজিও তোমাৰ হায়—
অহাৰ বাটকে চাই
জীৱনৰ মোৰ হ'ল গধূলি
আশাৰ দোলাতে দুলি—
আহিম এতিয়াই বুলি !

আহিম এতিয়াই বুলি
হিয়াত অগনি জ্বালি
লুকালা গৈ কোন অসীমৰ বুকত
উজ্বালি মেঘৰে বিজুলী
আহিম এতিয়াই বুলি !

॥ ৪৫ ॥

কোনে মোক আঁকি দিয়ে
সাতৰঙা সপোনৰ,
হেঙুলীয়া কিৰণৰ
ছবিখনি অৰুণৰ—
সাতৰঙা সপোনৰ ।

হিয়াত পৰশ লাগি
প্ৰাণত পুলক জাগি
তন্দ্ৰা ভাগে নয়নৰ ;
বাজি উঠে ঘনে মোৰ
হৃদয়ৰ যিটি সুৰ
প্ৰণয়ৰ কৰুণৰ—
সাতৰঙা সপোনৰ ।

দেখুৱালে জীৱনৰ
হেঙুলীয়া কিৰণৰ
আকাশৰ যি কোণৰ ;
উদয়ৰ আলোপথ
বিজয়ৰ জয়ৰথ
অৰুণৰ তৰুণৰ—
সাতৰঙা সপোনৰ ।

॥ ৪৬ ॥

আহাৰ আহিল শাওণৰ মাতি
বুকতে বাৰিষা লৈ,
বলিয়া মেঘৰ বলিয়া ডাৱৰে
আবৰে ধৰণী ঐ।

সিবাৰো আহাৰ শাওণৰ মেঘে
গৰজি সঘনে ঐ
তোমাৰে হিয়াৰ শঙ্কাৰ বাতৰি
গ'ল মোৰ আগতে কৈ।

মোৰে হুমলীয়া প্ৰিয়া কুমলীয়া
সিদিনাৰে পৰা ঐ,
নেপালোঁ যে দেখা মু'খনি তোমাৰ
ক'তেনো আহিলো থৈ।

দিন গণি গণি কবিতা লিখিলো
শিলৰ বুকতে ঐ,
হিয়াতে উজলি তোমাৰে মু'খনি
চকুলো শুকালে বৈ।

॥ ৪৭ ॥

কিয় ঘুমটি ভাঙিলি
পুৱাবে মলয়া ছাটি
কান্দি যাক হিয়া ভাঙি
নাপালো আৰু যে মাতি ।

জাগিছিলে এটি মোৰ
যৌৱন জীৱনৰ—
গাঁথি সুৰভিৰে ভৰা
মালাধাৰি সপোনৰ
ভাবিছিলোঁ মৰোঁ বুলি
কুসুম শয়ন পাতি ।

ভাগি গ'ল নয়নৰ
মাধুৰিমা সপোনৰ
লগনো উকলি গ'ল
মিলনো আৰু নহ'ল
মিছাতে পখীয়ে গালে
মঙ্গল সুৰ প্ৰভাতী ।

|| ৪৮ ||

উঠা তন্দ্ৰা ভাঙি তৰুণ কবি!
অৰুণ আলোৰ ৰক্তৰাগে
তোমাৰ পথৰ স্বৰ্ণ ৰথৰ
সুৰৰ নতুন ছন্দ জাগে।
আকাশে আকাশে ৰঙীন ছবি
নতুন ঊষাৰ নতুন ৰবি—
জাগা—বিশ্বপ্ৰভাত তুলি হিয়াৰ
ছন্দ আকুল গন্ধ ৰাগে।
মোৰ—কোন প্ৰভাতৰ যাত্ৰাপথৰ
দিগ্‌বিজয়ী আলোৰথৰ
সেই সপোনৰ স্মৃতি প্ৰথমৰ
সেই চকুলো সেই মৰমৰ
সেই ৰূপ-ৰাগীৰ পুলক জাগি
সুৰৰ হৰষ পৰশ মাগে।

|| ৪৯ ||

মিছা কথা সিযে মিছা কথা
সন্ধিয়া তুলসী-তলৰ,
মোৰ কথা ভাবি বন্তি জ্বলোৱা
পূজা হিয়া দেউলৰ।
সেইযে আউলী
বাউলী মুৰৰ বেশ
উদভাই যোৱা
সমীৰণে হিয়া দেশ—
উচুপি উচুপি চকুলো ছুটুপি
মচি থোৱা আঁচলৰ।
লীন হ'ল আজি
কোনোবা সন্ধিয়াৰ বুকত
আৰতি প্ৰণতি
মন্ত্ৰ মিনতিৰ শেষত—
শুনি সেই হোৱা অধীৰ উতলা
পদধ্বনি চোতালৰ।

॥ ৫০ ॥

আছে তুমি দিয়া মোৰ
অপবাদ-অপমান,
সিয়ে কপালৰ লেখা
তোমাৰেই অৱদান।

কোনেও নেদেখা হায়
মোৰ এই হৃদয়ৰ
গুৱনি ফুলনিখনি
পাহিৰঙা প্ৰণয়ৰ
নাপালে যদিও কাৰো
মৰম একণিমান।

মোৰ এই ভালপোৱা
জীৱনৰ যিটি গান
চেনেহ চকুলো সনা
অভিমান বলিদান
গাই যাম হিয়া ভাঙি
নিবিচাৰো সমিধান।

॥ ৫১ ॥

সেইযে গধূলি পদূলিৰ ধূলি
জীৱনৰ মৰণৰ,
উৰি আহি পৰা কপালত মোৰ
তোমাৰেই চৰণৰ।

আহে আজিও তোমাৰ বতাহত ভাহি
গন্ধ অঙ্গ চন্দনৰ
হৃদয়তে ৰ'ল হৃদয়ে যে গঁথা
মালাধাৰি বৰণৰ
অবদান সিয়ে তোমাৰেই প্ৰিয়
শতধাৰ নয়নৰ,
তথাপিও মোৰ তুমিযে আপোন
হৃদয়ৰ দাপোণৰ।

॥ ৫২ ॥

মোৰ জীৱনৰ এটি সপোনৰ
সোঁৱৰণী পাহৰণি বুকৰ
হুঁহুৱাই মোক কন্দুৱাই যোৱা
ছবিটি লাহৰী মুখৰ
সোঁৱৰণী পাহৰণি বুকৰ।

ৰূপৰে মাধুৰী গীতৰে জাউৰি
যৌৱন উতলা বুকৰ
দূৰণি প্ৰিয়াই জুমি জুমি চাই
পাবলৈ চুমাটি ওঁঠৰ
সোঁৱৰণী পাহৰণি বুকৰ।

গ'লগৈ বিজুলী বুকতে উজলি
জেউতী মায়াবী ৰূপৰ,
জীৱনৰ পুৱাতে প্ৰেমৰ দোলাতে
গালে যি ৰাগিণী মুখৰ—
সোঁৱৰণী পাহৰণি বুকৰ।

॥ ৫৩ ॥

এদিন তোমাক দেখিছিলোঁ মোৰ
পদূলি-মুখেদি যোৱা—
শেঁতা-শেৱালিৰ পাহি কুমলী
(মোৰ) জীৱনে বাগিণী গোৱা
কুঁৱলিৰ ছাটিয়ে ওৰণি তিতোৱা
সিদিনা শাৰদী পুৱা,
মুখতে মিচিকি ক্ষীণকৈ হাঁহিটি
জেউতি লুকাই থোৱা।

কিযে সেই ছুটি নয়নৰে ভৰা
থমকি উলটি চোৱা,
বিৰহৰে কাৰ হুমুনিয়া এটি
প্ৰতিদান ভালপোৱা।

ডালতে আছিলে গানৰ পখীটি
সাবটি ধৰি লৈ যোৱা,
কিবা বেজাৰত উকৰাই দিয়া
চকুলো দুগাল বোৱা।

তুমি বন্দিনী
বন্দিনী মোৰ অন্তৰৰ
মই প্ৰচণ্ড অতি উচ্চ, অতি উচ্চ—
তৰঙ্গ মহাসাগৰৰ—
তুমি বন্দিনী মোৰ অন্তৰৰ ।

তুমি স্বৰ্গ প্ৰেম-নন্দন সুৰভিৰ
মই অগনি দীপক ৰাগিণীৰ
তুমি যাত্ৰী
মই ক্লান্তি
মৰুপথ প্ৰান্তৰৰ
তুমি বন্দিনী মোৰ অন্তৰৰ ।

তুমি শান্তি প্ৰেম-প্ৰণয়কামী—
মই পাপ-প্ৰলয় ধ্বংস
মুক্ত দ্ৰুতগামী,
তুমি বিদ্যুৎ এটি জ্যোতি
মই গৰ্জন গুৰুপাতি,
তুমি ছবি
মই কবি
কল্পনা চিৰসুন্দৰৰ
তুমি বন্দিনী মোৰ অন্তৰৰ ।

॥ ৫৫ ॥

পৰেনে মনত যাওঁতে সিদিনা
চাকৈয়ে চকোৱাক লৈ,
(মোৰ) তুমি মচি দিয়া চকুলো ছুধাৰি
ছুগালে অহা যে বৈ ।

কওঁতে কথাটি ইজুপি কঁহুৱাই
সিজুপিক সাবটি লৈ,
লুইতে মাতিছিল ঢৌৱে নাচিছিল
আমালৈ এবেলি বৈ—
(মোৰ) তুমি মচি দিয়া চকুলো ছুধাৰি
ছুগালে অহা যে বৈ ।

আমি চাই যোৱা ঘৰলৈ উভতি
আকাশৰ জোনটি ঐ,
গাই যোৱা এটি বুকুৰে বিননি
লুইতৰ পাৰতে থৈ—
(মোৰ) তুমি মচি দিয়া চকুলো ছুধাৰি
ছুগালে অহা যে বৈ ।

॥ ৫৬ ॥

গোপন নাছিল একোৰে—
সিদিনা হিয়াৰ মোৰ,
সৰোঁতে বাগৰি
উলাহে উপচি
প্ৰেমৰ চকুলোবোৰ।
সুৰৰে কঁপনি লাগি
পলকে পুলক জাগি
উঠোতে প্ৰাণৰ
শুনোতে গানৰ
তন্দ্ৰা ৰাগিণী বিভোৰ।
প্ৰেমৰে লহৰী তুলি
প্ৰাণৰে পুতলি বুলি
তুমিয়ে হিয়াৰ
ছিঙিলা যে তাঁৰ
নালাগিলে পুনু যোৰ।

॥ ৫৭ ॥

ৰূপৰ পূজাৰী পোহৰ বিচাৰি
নেলাগে আহিব তই,
পুৰি ছাই হোৱা দেৱ-দেউলৰ
ধূপৰ গন্ধ মই।
নেলাগে যাচিব প্ৰেমৰ অৰ্ঘ্য
ৰূপৰে জেউতি লৈ
বলিয়া কৰিব উতলা ৰাগীয়ে
প্ৰাণৰে শতুৰু হই—
পুৰি ছাই হোৱা· · · · · ·।
জ্ঞানৰ বুকৰে জ্যোতিকণা এটি
বিজুলীৰে ছাটি মই,
এন্ধাৰৰ বুকতে জিলিকি নোহোৱা
জোনাকী পৰুৱা অই—
পুৰি ছাই হোৱা······ ··· ··· ··· ····।

তুমিযে খুজিছা চাবলৈ মোৰ
অভিনয় জীৱনৰ,
মৰণৰ সতে পৰিণয় পাতি
ৰঙ্গমঞ্চ ভুবনৰ
অভিনয় জীৱনৰ ।

মোৰ তুমিয়েই যদি
জীৱনৰে নাটিকাৰ
অভিমানী গৰৱিণী
মায়াবিণী ভূমিকাৰ,
নাই ভয় নাই দেখুৱাই যাম
শতধাৰ নয়নৰ—
অভিনয় জীৱনৰ ।

মোৰ থৈ যাম সিঁচি
তোমাৰেই পদূলিৰ
তেজৰ ৰঙা পোৱাল
বুকুতেই হুৰৰিৰ,
পিন্ধাম তাৰেই দুহাতে জেতুকা
যৱনিকা পতনৰ
অভিনয় জীৱনৰ ।

সেইয়ে ছবিটি                    আজিও তোমাৰ
মচা নাই মচা হিয়াৰ
আঁকি দিয়া মোৰ                তুমিয়ে সিদিনা
জীৱনৰে এটি উষাৰ।

তুমিয়ে গোৱালা আহি
সিদিনা প্ৰাণৰ
হিয়া শোণিতেৰে লিখা
কবিতা গানৰ—
সেই লাজুকীয়া                    মোৰ হেঙুলীয়া
এটি ছন্দ ভাৱ-ভাষাৰ।

মোৰ মুগুকালে যা
যদিও হিয়াৰ
গাঁথি পিন্ধোৱা তোমাক
পোৱালৰ হাৰ—
সি যে মোৰ এই                    জীৱনৰে এটি
জাগি উঠা ৰূপ-তৃষাৰ।

॥ ৬০ ॥

প্ৰিয়, তুমি গ'লে মোৰ
আঁতৰি কাষৰ পৰা,
হিয়াই নেমানে জানোচা
ডাৱৰে আৱৰে ধৰা।

জ্বলি উঠা বিৰহৰ
যিকুৰা অগনি মোৰ
তুমিতো নাজানা তাৰ
অসহ যাতনাবোৰ—
কিযে হায় অহৰহ
তিলে তিলে পুৰি মৰা।

হয় যদি সেয়ে মোৰ
শেষ দেখা, শেষ গান
হৃদয়ৰ আৰাধনা
ভালপোৱা প্ৰতিদান—
হাহাকাৰ শতধাৰ
আজীৱন তুমিহাৰা।

॥ ৬১ ॥

মোৰ কোনে দিয়ে জীৱনৰ
দোলনিতে দোল আজি
দোল পূৰ্ণিমাৰ দোল,
নাচে তাথৈ থৈয়া থৈ
ঘনে ঘনে ঘনে থৈ
বাজে মৃদং বাজে আৰু ঢোল।

কেঁচা পাতৰ কঁপনি
বনে বনে দোলনি
ফুলনিতে ফুলৰে ৰাণী অ',
ফুলৰে ৰাণী.
আহি পালে ফাগুনী
উৰুৱায়ে ওৰণি
নাচি নাচি ৰঙতে বিভোল।

কোনে দিয়ে সানি অ' মোৰ
কোনে দিয়ে আনি অ'
কোনে দিয়ে আনি,—
জীৱন ৰঙা
সপোন ৰঙা
সাতৰঙৰ বোল।

॥ ৬২ ॥

কয় জানো ছবিয়ে কথা
মোৰ এই ভালপোৱা
তিলে তিলে পুৰিমৰা
বুজেনেকি হৃদয়ৰ ব্যথা ?

শুনা নাই কাহানিও
মিছাতেই দিলা আঁকি
অৰুণৰ কোলাত
উষাৰ তেনেই ফাঁকি,
দাবানল মাথোঁ সিযে
সৌৱৰণী হিয়াদহা !

হিয়া যদি কৰে মোৰ
পুৰি ছাৰখাৰ
আশাৰ সোণৰ কাৰেং
ভাগি চুৰমাৰ,
কিয় তেনে ছবিখনি
দিলা মোক আঁকি অযথা ।

॥ ৬৩ ॥

সেইদিনা মিছাতেই
বহাগৰ বিছুটিৰ
লাগিছিল ডেকা-ধনি গাৰ,
ভাবিছিলোঁ থাকে বুলি
জেঠৰ শেষতো সখি
দুহাতৰ বোল জেতুকাৰ।

নহয় জেতুকা মোৰ
সেউজীয়া প্ৰকৃতিৰ
ছিড়ি অনা উপহাৰ,—
(সিযে) অতিকৈ চেনেহৰ—
বহাগৰ বিছুটিৰ
প্ৰতিদান কেঁচা কলিজাৰ।

জেঠৰ শেষত দিব
আহাৰ-শাওণে আনি
ধাৰাসাৰ বান বাৰিষাৰ,
ফেনে-ফোটোকাৰে ঢাকি
নিব মোক উটুৱাই
ৰৰনৈৰ ভয়লগা ধাৰ।

॥ ৬৪ ॥

নিছানেই দেখুৱালা
সাগৰ-তলিৰ মোক
মুকুতাৰে ভৰা হিয়াখন,
উজলি বিজুলী খেলি
অসীমত যোৱা মিলি
সেই জ্যোতি সেই প্ৰীতিকণ—
মুকুতাৰে ভৰা হিয়াখন।

নুশুনা সাধুটি কই
জোনবাইৰ দেশলৈ
মাতি নিলা কৰি উচাটন;
ক'লা আৰু কোনো নাই
আমি ৰচোঁ আজি হায়
প্ৰণয়ৰ এখনি কানন—
মুকুতাৰে ভৰা হিয়াখন।

নকৰা নিদিবা ব্যথা
সিদিনাৰ সিটি কথা
নাই আৰু শুনিবলৈ মন,
তুমিয়ে তুলিলা মোৰ
তুমিয়ে কৰিলা ওৰ
জাগি উঠা বুকৰ স্পন্দন
মুকুতাৰে ভৰা হিয়াখন।

॥ ৬৫ ॥

শান্ত মোৰ হৃদয়ৰ
তুমিয়ে তুলিলা সুৰ
অশান্ত উতলা বসন্তৰ
ভাঙি দিলা নীৰৱতা
আনি যত ব্যাকুলতা
কুসুমিত নন্দন-প্ৰান্তৰ
অশান্ত উতলা বসন্তৰ।

উকৰাই ফুলৰেণু
হিয়াৰ শুনালা বেণু
কোনোবা উদাসী দিগন্তৰ,
ব্যাকুল ৰাগিনী সেই
ঢালি দিলা শুনোতেই
আকুল পিপাসা অনন্তৰ
অশান্ত উতলা বসন্তৰ।

নীৰৱ হিয়াৰ মোৰ
তুমিয়ে তুলিলা সুৰ
হিযাভগা কেতেকী-কণ্ঠৰ
নাজানিলো কেতেকীৰ
প্ৰণয়ৰ কাহিনীৰ
কাঢ়ি নিয়া তাহানি অন্তৰ
অশান্ত উতলা বসন্তৰ।

॥ ৬৬ ॥

আহাৰৰ আগতে আছিলে কথা তুমি অহাৰ,
মই ভয় খোৱা মেঘৰে গাজনিত বুজনি দিয়াৰ—
আছিলে কথা তুমি অহাৰ।

গুৰু গুৰু গুৰু বাৰিষা নিশাৰ
মেঘৰে গাজনিবোৰ
হিয়াৰে কঁপনি হিয়াৰে বিননি
হিয়াতে হোৱা যে ওৰ,
মাতিও নোপোৱা মাত এটি কাৰো
চকুলো বিফলতাৰ—
আছিলে কথা তুমি অহাৰ।

নেলাগে ক'লীয়া মেঘৰ আগত
বাতৰি পঠাবলৈ,
থব শিলৰ বুকুত কৱিতা লিখি
যাউতিযুগীয়া কৈ,
শিল ক্ষয়ে যাব বাৰিষাও যাব
নাথাকিব স্মৃতি তাৰ—
আঁছিলে কথা তুমি অহাৰ।

॥ ৬৭ ॥

মিছাতে বান্ধিলো সুৰ হৃদয়ৰ বীণাটিৰ
প্ৰণয়-আঁজলি ভৰা ;
ছিগি যায় বাৰে বাৰে কোনে আহি আঁৰে আঁৰে
তন্দ্ৰা মোৰ আলসুৱা।

মই গোৱা যিটি গান হৃদয়ৰ প্ৰীতিদান
চকুলো নিজৰি পৰা ;
কোনোবা আকাশৰ অপৰশ পৰশৰ
জীৱনৰ ক্ৰুৰতৰা।

ময়ো সাজোঁ জিৰণিৰ ধূলিঘৰ ধৰণীৰ
আশা-নিৰাশাৰে ভৰা,
ময়ো গাওঁ এটি সুৰ
হৃদয় নপৰা জুৰ
জীৱনৰ ছন্দহাৰা।

॥ ৬৮ ॥

দূৰণিৰ সৌ ৰিণি ৰিণি সক গাঁওখনি
তাৰেই এটি পঁজাৰে মোৰ বান্ধৈৰ মু'খনি—
সক গাঁওখনি।

গুৱনি সেই গাঁৱৰে ঐ সক নৈখনি
চাপিছিলে সেই ঘাটে মোৰ আশাৰ তৰণী—
সক গাঁওখনি।

আজিও সেই সন্ধিয়া মোৰ বান্ধৈৰ মু'খনি
জিলিকে ঐ নয়ন ভৰি নয়নৰ মণি—
বান্ধৈৰ মু'খনি।

উৰি যায় সৌ সন্ধ্যাৰ পখী আকাশ গুৱনি
ইপাৰে মোক এৰি বান্ধৈ লুকালা গৈ কেনি—
সক গাঁওখনি।

॥ ৬৯ ॥

মোৰ ওৰে জীৱন কৰি জলাবলা
কিনো ভঙ্গিমাৰে ৰূপ গৰিমাৰে
মোৰ দুচকুতে এটি নাচোনেৰে
তুমি নাচি গ'লা।

অ' মোৰ বুকুৰে জ্বলা পোৰণিৰে
(তুলি) বীণত কি বজ্ৰ ৰাগিনীৰে
শিহাখনিৰ বিজুলীৰে—
পিন্ধি অহিছিলা—
কিনো ভঙ্গিমাৰে· ।

কিনো চকুযুৰি সেই হৰিণীৰে
হিয়া শুৱনি সোণৰ কলচিৰে
অ' মোৰ মু'খনি কল্পনা-সুন্দৰীৰে
কোন দেৱবালা—
কিনো ভঙ্গিমাৰে·· ।

॥ ৭০ ॥

যদি আছিলে মনত—
নিঠুৰতা ইমানে তোমাৰ,
কিয় তেনে সেই মোক দেখুৱালা
উন্মাদনা বিপুল হিয়াৰ—
নিঠুৰতা ইমানে তোমাৰ।

আজিও তোমাৰ প্ৰিয়ে দুটি অধৰৰ
জাগে কত স্মৃতি প্ৰীতি পৰশৰ
বিযে হায় মধু মাদকতা
সেই সিদিনা নিমাতী নিশাৰ—
নিঠুৰতা ইমানে তোমাৰ।

পিন্ধা মোৰ আজি এই সুৰবে হাব
বেদনাৰে লিখা গীতি-কবিতাৰ
মিছায়ে অঁকালা প্ৰতিমা তোমাৰ
মোৰ ওৰে জীৱন কৰি হাহাকাৰ
নুবুজিলো ব্যথা কলিজাৰ।

॥ ৭১ ॥

জীৱনত যদি নাপালো প্ৰিয়
মৰম তোমাৰ হিয়াৰ ;
পৰজনমতো সেয়ে হ'ব হায়
দেৱতাৰ অবিচাৰ ।

মোৰ জাগিছিলে জীৱনৰ
এটি যৌৱন স্মৃতি সপোনৰ
মিছায়ে আঁকিলো ছবি তোমাৰ
অৰুণৰ তৰুণ তপত চুমাৰ
হিয়াভৰা এটি হুমুনিয়াৰ —
মোৰ নাকান্দিবা মৰণত—
যদি এটুপি চকুলো চেনেহৰ
নেদেখিলো জীৱনত,
গাই যাম এটি বিষাদৰ গান
বিশ্ব বিপুল সভাৰ—

॥ ৭২ ॥

শেৱালি ফুলিলে বকুলো ফুলিলে
গোন্ধে মলেমলাই তল,
দুবৰিৰ বুকতে নিয়ৰৰ টোপালে
জিলিকি মুকুতা হ'ল ।
পদুমৰ পাহিতে কজলীয়া ভোমোৰা
নিশাৰে আলহী হ'ল,
ৰঙতে ওৰণি দাঙি জোনেবায়ে
পোহৰে ঢালি দি গ'ল ।
কেঁচাকৈ পাততে চেঁচা বা ছাটিয়ে
ৰঙতে উতলা হ'ল,
সেউজী ধৰণী জোনালী যামিনী
নামিছে শৰতৰ ঢল ।
শৰতৰ সভালৈ ফুল-কুঁৱৰীয়ে
মাতিছে অকণিৰ দল,
হাঁহিৰে ফুলালে ইঁহুৱাই সৰাকো
ওঁঠে ওঁঠে শতদল ।

॥ ৭৩ ॥

নহয় ওমলা মই পুতলা তোমাৰ
ওমলা পুতলা তোমাৰ,
পৰোতে এবেলি মাটিৰে মিহলি
ভাঙি-ছিঙি হোৱা চুৰমাৰ।

মোৰ এই হৃদয়ৰ গভীৰ তলিৰ
যি ধাৰি মুকুতা-হাৰ চন্দ্ৰাৱলীৰ
নহয় তোমাৰ কাৰণে গঁথা
অভিমানী ৰূপ-গৰিমাৰ।

মই ৰচোঁ জীৱনৰ এটি চিয়ঁৰৰ
উদয়ৰ পথ যিটি গিৰি-শিখৰৰ
থাকা তুমি দুৰ্বল হিয়াখনি লৈ
পিছলি নামনিতে তাৰ।

॥ ৭৪ ॥

এটি নিশা সিযে এটি নিশা
যিটি নিশা বিৰহৰ,
হিয়া দহি-পুৰি যোৱা সেই মোৰ
ৰূপ-জ্যোতি মনোহৰ—
যিটি নিশা বিৰহৰ।

জাগি উঠা যিটি হৃদয়ৰ তৃষা
হৃদয়ে জনোৱা হৃদয়ৰ ভাষা
আঁকি লোৱা মোৰ অন্তৰা বুলি
সেই ছবি হেঁপাহৰ।

আজিও স্মৃতিৰ শেৱালি জুপিয়ে
প্ৰীতিৰ সুৰভি দিয়ে ঢালি দিয়ে—
দিয়ে আৰু দিয়ে নীলিমা বুকৰ
জোনায়ে ঢালি পোহৰ
তুমি যোৱা মোৰ মচি বুজনিৰে
চকুপানী বিদায়ৰ—
যিটি নিশা বিৰহৰ।

॥ ৭৫ ॥

আজিও মনত পৰে মোৰ তোমাৰ
সিখনি মুখৰ ছবি,
মই লিখা এটি হিয়াৰে কবিতা
ঢালি হিয়াৰে সুৰভি।

ঢালি আৰু দিয়া মোৰ হিয়াৰে শোণিত
তৃষা জাগি উঠা যিটি প্ৰতি চাৱনিত
তাৰ ছন্দে ছন্দে জাগি উঠা আৰু
হৃদয়ৰ ৰক্ত ৰবি।

সেই স্মৃতিৰ পৰশ মচা নাই মচা
সেই হৃদযৰ তৃষা গুচা নাই গুচা
হ'ল যদিও মিছা তুমি দিয়া সঁচা
খোপাৰ এপাহি কৰবী।

॥ ৭৬ ॥

মিছাতেই গণিছিলো ফাগুনৰ দিনবোৰ
জীৱনৰ শুভ লগনৰ,
লগনো উকলি গ'ল ফাগুনো বিদায় হ'ল
নাগাঁথিবা আৰু মোৰ মালা বৰণৰ—
জীৱনৰ শুভ লগনৰ।

তুমি দিয়া আশাবোৰ চকুলো বাগৰি মোৰ
হ'ল এটি কবিতা গানৰ
বই যোৱা আৰু এটি কুলু কুলু নিজৰাটি
কোনোবা যে দূৰ নিজানৰ—
জীৱনৰ শুভ লগনৰ।

শেষ হ'ল হৃদয়ৰ ভাঙি-ছিঙি উছৱৰ
মনেসজা বেদী মিলনৰ;
প্ৰণয়ৰ সখিয়াটি উৰি গ'ল কেনিবাদি
তলে তলে নীল গগনৰ
জীৱনৰ শুভ লগনৰ।

॥ ৭৭ ॥

নানিবা মিছাতে তুচকুত আজি
শাওণৰ ধাৰাসাৰ,
দেখিছিলো এটি ক'লীয়া মেঘৰ
বুকতে বিজুলী নিশাৰ।

তাৰে পোহৰত গালো তিতি-বুৰি
যিটি সুৰ বাৰিষাৰ,
সেই সপোনৰ সেই প্লাৱনৰ
ছিগিছে সোঁতৰ ধাৰ।

নাই আৰু সেই মোৰে শাওণী
শতধাৰ মুকুতাৰ,
শুনি ভয়ে খোৱা মেঘৰে গাজনি
হিয়াতে লুকুৱা হিয়াৰ।

॥ ৭৮ ॥

গছে কথা কয় পাতে কথা কয়
কয় সিহঁতৰ কথা জীৱনৰ
কয় সিহঁতৰ কথা অ'
বিজয় গৰিমা গঁথা !

নাই তহঁতৰ নাই একো নাই
আমাৰ দৰে হিয়া উদঙাই
দিয়া হিয়াৰ শীতলতা,
হিয়াই হিয়া লগা লগি
মৰম গভীৰতা—
কয় সিহঁতৰ কথা।

নেপাবনে লাজ ডাল ভাঙি
আমাৰ বুকৰ ফুল ছিঙি
পূজ—মাটিৰ দেৱতা,
আমি কৰো বিশ্বশোভা
একো নাই তহঁতৰ নিজা—
অ' কয় সিহঁতৰ কথা।

সন্ধিয়াতেই দুৱাৰ জপাই
ভয়ত থাক প্ৰদীপ জ্বলাই
তহঁতকে কয় মহা-মানৱতা—
নে ভিত্তিহীন ভীৰু দুৰ্বলতা
অ' কয় সিহঁতৰ কথা।

॥ ৭৯ ॥

মোৰ-তুমিও সুবুজা হিয়াৰ কৱিতা
চকুৰ পানীৰে লিখা—
চিতাৰ বুকতে দিবা জাপি মোৰ
জ্বলোতে অনল-শিখা
চকুৰ পানীৰে লিখা ।

ছন্দত আছিলে গন্ধ উতলা
ৰসে-ৰূপে ভৰা ভাবৰ সঁফুৰা
তাকে লৈ হিয়াতে উৰি জোনাকীৰে
উজাগৰে যত নিশা
চকুৰ পানীৰে লিখা ।

মোৰ কৱিতাৰ যি কেখিলা তুলাপাত
মৰণৰ দিনা থ্‌পাই বুটলি দিবা
সেয়ে হ'ব চিতা-কাঠ
নেলাগে উজলি থাকিব স্মৃতিৰ ৰেখা
চকুৰ পানীৰে লিখা ।

॥ ৮০ ॥

তোমাৰ পদূলিৰ শেৱালি জুপিত
পখী হে গাম গান;
যদিও হিয়াই নাপালে তোমাৰ
মৰম একণিমান—
পখী হে গাম গান।

কপালত তোমাৰ পৰিব সৰি
মোৰ ই চকুলো টুপি
নেভাঙিবা তুমি নাকাটিবা
পদূলিৰ শেৱালি জুপি—
তাৰে এটি ডালত পৰি জুপৰীয়া
জুৰাম তাপিত প্ৰাণ—
পখী হে গাম গান।

বুকুলৈ যদি মাতা মোক সাদৰী
উলাহতে মই পৰিমগৈ উৰি
পাহৰি যত ইবাবৰ মোৰ
বেদনা অপমান—
পখী হে গাম গান।

॥ ৮১ ॥

মই গোৱা জীৱনৰ
ভালপোৱা যিটি গান
চেনেহ-চকুলো সনা,

প্ৰণয়-স্নুকযে দিয়া
হেঙুলীয়া যিটি চুমা
যৌৱনৰ উন্মাদনা—
চেনেহ-চকুলো সনা।

নাই তাত ক্ষণিকৰ
ভালপোৱা প্ৰেমিকৰ
প্ৰলোভন-প্ৰতাড়না
আছে মাথোঁ হৃদয়ৰ
যিটি সুৰ প্ৰণয়ৰ
সুন্দৰৰ আৰাধনা—
চেনেহ-চকুলো সনা।

কোনেও নোপোৱা চিনি
মোৰ এই হিয়াখনি
কিহৰ হানেৰে হনা.
মই যি বিচৰা প্ৰীতি
এখনি হিয়াৰ এটি
পোহৰৰ জ্যোতিকণা
চেনেহ-চকুলো সনা।

॥ ৮২ ॥

মেঘালীৰ জাঁৱে জাঁৱে
অকলশৰীয়া যিটি
উৰি যোৱা ময়ো এটি বগ ;

বিচাৰি যিখনি তাৰ
শুকুলা জোনালী দেশ
হেৰুৱাই পৃথিৱীত লগ—
উৰি যোৱা ময়ো এটি বগ।

আহিছিলে পৃথিৱীৰ
চাবলৈ বগা-বগা
পাতিবলৈ সুখৰ সৰগ ;
নাশিলে শুকুলাখিনি
পোহৰৰ জিলিকনি
সুবুজিলে মানুহৰ ঠগ
উৰি যোৱা ময়ো এটি বগ।

লই যোৱা দুচকুত
চকুপানী দুটুপিৰে
বিদায়ৰ জনাই ওলগ ;
এৰি যোৱা ইয়াতেই
শুকুলা লগৰীজনী
মানুহেই কৰিলে নিলগ—
উৰি যোৱা ময়ো এটি বগ।

॥ ৮৩ ॥

সেই সোৱণশিৰিৰ সিপাৰৰ
সেউজীয়া পথাৰৰ
দেখুৱাই কোমলতা দুৰ্বাৰ বুকুৰ ;
তুমিয়েই লোৱা মোক
বুকু চাই প্ৰতিশোধ
অপৰাধী কোন শতুৰুৰ ?

সেই বিয়লিৰ ব'দালিৰ
জিলিকনি সোণালীৰ
বাজি উঠা ঘনে যিটি সুৰ ;
বুকুৰ 'পানেই' বুলি
দিয়া মই আঁকোৱালি
নুবুজি মৰীচিকা তৃষ্ণা আতুৰ ।

আক নিদিবা সিদিনাৰ ঐ
সিপাৰে হেৰুৱা মই
আঁকি ভয় লগা ছবি দুচকুৰ ;
মোৰ আজিও ইপাৰে তাৰ
সুঁওৰিলে কঁপনি গাৰ
সেই এৰি অহা বাট অতীতৰ
দূৰ—বহুদূৰ ।

॥ ৮৯

মই এই সেউজীয়া
পৃথিৱীৰ মোহলগা
মাটিৰ বুকুত আৰু নাই
ভেলাঘৰ পুৰি মোৰ
উৰি যোৱা ছাইবোৰ
সুটুকিবা চকুপানী চাই ।

ভাবিছিলো ভোগালীৰ
বিছনিশা খেমালিৰ
যাম বুলি ভোজমুঠি খাই
নাজানিলো বঢ়া ভাত
বঢ়াতেই ৰ'ব বুলি
ভেলাঘৰ হ'ব পুৰি ছাই ।

নলবা চাউল মুঠি
মোৰ বাবে আৰু তুমি
যোৱাজন গ'ল যাতে নাই
নোপোৱা আমনি আৰু
চকুটিও হ'ব সৰু
ক্ষমিবা যি কৰিছিলো দায় ।

॥ ৮৫ ॥

আজি শাওণৰ আকাশত
মেঘ আৰু নাই
শুনি গাজনিত ভয় খোৱা
হিয়াতে লুকাই ।

নাই সেই নাই আৰু নাই
বিজুলীটি নাই—
যোৱা ৰূপ-জ্যোতি চুচকুত
চমক লগাই ।

তুমি দিলা যাক চকুলোৰে
তাহানি বিদায়
আৰু হিয়া ধুনি মাতিলেও
পাবা জানো হায় ?

॥ ৮৬ ॥

মইতো বিচৰা নাই সাজিব তোমাৰ
প্ৰেমৰ চানেকি তাজমহল
হেজাৰ বনুৱাৰ কপালৰ কেঁচাঘাম
ক্ষয় হোৱা ৰক্ত শৰীৰৰ বল
প্ৰেমৰ চানেকি তাজমহল ।

তাৰ গাঁথনিত খটোৱা হীৰা-মুকুতাবোৰ
দুখৰ নপৰা ওৰ দুখীয়াৰ তেজবোৰ
কাঢ়ি নিয়া গৰু আদি জোৰ-জুলুম
বৰ্দ্ধিত দ্বিগুণ কৰ-কাটল
প্ৰেমৰ চানেকি তাজমহল ।

মোৰ এই গোৱাকেই মমতাজৰ আত্মাই
'হায় ছাজাহান' বুলি কৈ যাব কিঙিয়াই
তাকে কব 'হিয়া তোৰ ইমান কঠোৰ
শুলো বুলি জাপি দিলি গধুৰ পাথৰবোৰ' ?
মোৰ হিয়াতেই হ'ব প্ৰিয়া সমাধি তোমাৰ
অশ্ৰু দুগালে বোৱা জলমল্ উজ্জ্বল
সেয়ে মোৰ তাজমহল ।

তোৰ অ' বিধবা শুকুলা শেৱালি
হিয়াৰ আঁচলখনি'
কিয় ৰঙাৱলৈ পূৱেৰুণৰ
ওঁঠৰ ৰঙাখিনি ?

অসপ পিছতে মৰহি শুকাবি
হবি যে নোহোৱাজনী,
নিশা যাচি দিয়া জোনৰে চুমাত
হিয়াৰ সুষমাকণি ।

মিছাতে সুঁৱৰি চকুলো টোক তই
অতীতৰ সোঁৱৰণী,
হিয়াত সাবটি আশাৰ ৰেঙণি
জীৱনৰ দিন গণি ।

দুবৰি-বুকুতে দলিছা পাতিলি
আৱাহনী-আগমনী,
সি যে পাহৰণি এটি সামৰণি
গীতৰ পৰশমণি ।

॥ ৮৮ ॥

আমি গাই যাম বিশ্বৰ ছন্দে ছন্দে
উজ্জ্বল এটি প্ৰেমৰ গীতি,
দেখুৱাই পুৱাৰ মালতী হিয়াৰ
উদয়গিৰিৰ পূৰ্বজ্যোতি ।

আৰু আগুৱাই যোৱা আৰু আগুৱাই
লক্ষ্য হ'ব মোৰ দ্ৰুত গতি,
(নই) তাতোকৈ আগতে য'ত হ'বাগৈ স্থিতি
বান্ধিম এটি প্ৰেমৰ ভেটি ।

মই তোমাৰ ভেটিত হৈ গছ এজুপি
ঢালিম জুৰ হিয়াৰ প্ৰীতি,
মই আঁকি দিম এখনি প্ৰেমৰ ছবি
লতা হৈ তোমাক সাবটি ।

(মোৰ) তুমি দিয়া লতাদালি হ'ব কণ্ঠমালা
বিশ্ব অশান্তিৰ চিৰশান্তি,
ময়ো লীন হৈ তোমাতেই আনিম বিশ্বত
সুপ্ৰশান্তি ভাঙি ভুল ভ্ৰান্তি ।

॥ ৮৯ ॥

মোক পাবা চোতালৰ
ডুবৰি-বনত,
হিয়াই প্ৰণতি যচা
চৰণ তলত।

পাবা আৰু চৰণৰ
চৰণ-তলত
হিয়াৰ কোমলখিনি
দলিছা খনত।

গাবা জানো এটি হায়
সুৰ মৰমত,
(মোৰ) গাই যোৱা গীতফাকি
পৰিলে মনত।

ক্ষমিবা লগোৱা দায়
কোনোবা ক্ষণত,
ধূলিকণা এটি মই
ধূলিৰ লগত।

॥ ৯০ ॥

আমি পৃথিৱীৰ ছুপিঠিৰ কোণে কোণে
জ্ঞানৰ দীপেৰে পোহৰ বিলাওঁ,
গানৰ সুৰেৰে হিয়াৰে তলিৰ
মৰম বিচাৰি মৰম জনাওঁ—
জ্ঞানৰ দীপেৰে পোহৰ বিলাওঁ।

আমাৰ হিয়াতে আছে সৰগৰ পাৰিজাত
মুখে মুখে মউসনা মইনাৰ মিঠামাত
তাকে লৈ বিশ্বৰ প্ৰান্তে প্ৰান্তে আমি
মইনা পাৰিজাত কই থৈ যাওঁ—
জ্ঞানৰ দীপেৰে পোহৰ বিলাওঁ।

আমিয়েই কুলু কুলু বিশ্ব-শান্তিৰ নিজৰা
মানুহৰ দুগালৰ চেনেহ চকুলো সৰা
আমিয়ে নতুন পৃথিৱী গঢ়াৰ
শক্তি বিচাৰি ঐক্য শক্তি যোগাওঁ—
জ্ঞানৰ দীপেৰে পোহৰ বিলাওঁ।

॥ ৯১ ॥

আহাৰ আজিও আহে
কিয়, আজিও সিগনি মুখৰ ছবি
মোৰ দুচকুত ভাহে।

আহৰি নাপালে ভাবিবলে' চাগে
পাহৰিলে আৰু নাহে,
নতুবা নতুনৰ কিবা মায়া-জালত
বন্দী হ'ল পাহে পাহে।

মোৰ টিং-চুমা ক'লা মেঘবোৰ চাই
চকুলো দুচকুত ভাহে
শুনি অঘৰী জীৱনৰ বিৰহ-বিননি
পৃথিৱীয়ে মোৰ কাঁহে।

॥ ৯২ ॥

বাৰিষাৰে নিশা কত মোৰ আশা
হ'ল আহি চপনীয়া
সানি চুচকুত আনি উজাগৰ
গুজৰি গুমৰি হিয়া।

মেঘৰে গাজনি হিয়াৰে কঁপনি
হিয়াভগা হুমুনিয়া,
প্ৰিয়হাৰা পখী আজিও অপেক্ষি
মাতে পিউ পিয়া পিয়া।

কাৰ-ৰূপ-জ্যোতি বিজুলীৰ ছাটি—
উতলা কৰিলে হিয়া,
মোৰ চকুলো তুধাৰি হ'ল যে লগৰী
হিয়াৰে বুজনি দিয়া।

॥ ৯৩ ॥

মোৰ এই আধা গোৱা আধকৰা জীৱনৰ
কোনে লিখি দিব গানৰ পাতনিখন,
পৰাণৰো যত মোৰ আধা গোৱা সুৰবোৰ
শুনি বই বোৱা নীৰৱে চকুলোকণ—
কোনে লিখি দিব গানৰ পাতনিখন?

মালাওযে আধা গঁথা ছবিওযে আধা আঁকা
জীৱনৰো আধা আশাওযে অপূৰণ,
যোৱা কতনো লগৰী আধা বাটতেই এৰি
চিত্ৰ-জগতৰ সানি সোণালী বহন—
কোনে লিখি দিব গানৰ পাতনিখন?

গান হ'ল আধা গোৱা কথা হ'ল আধা কোৱা
ভালপোৱা যত সকলোযে অকাৰণ,
তথাপি আধাখিনি হৃদয়ৰ জিলিকনি
হৃদয়ে বিচৰা হৃদয়ৰ অপূৰণ—
কোনে লিখি দিব গানৰ পাতনিখন?

॥ ৯৪ ॥

বৰ্তমানৰ এইযে বিশ্বমেলা
হৰা-জিকা বিভীষিকাৰ মাথোঁ জুৱা খেল ।
ভুৱা দিয়া ৰং-ৰহইচৰ হাত-তালি সভা-উছবৰ
কতনোযে লীলা
পালে এই মহাসভাতেই মান-অপমান বহুতেই
বহু গঁতা-ঠেলা ।
এই মেলাতে বেচিলোঁ মোৰ হিয়া ফালি ভাৱৰ বিভোৰ
কণ্ঠ-গীতি-মালা
শূন্য হাত শূন্য হই ৰ'ল চিনাকিও হাঁহি গুচি গ'ল
কৰি অৱহেলা ।
নাই ৰাম নাই ৰামায়ণ নাই সেই নৰ-নাৰায়ণ
মাথোঁ জুৱা খেলা,
ক'ত মৰো ক'ত মই থাকোঁ, ভুৱা দি মোৰ মনেও মোকো
এৰি যাব ভেলা ।

॥ ৯৫ ।

কতনো যুগৰে পৰা বিলৰ দুপাৰে ৰাতি
ইপাৰে চাকৈজনী সিপাৰে চকোৱাটি ।
নসহিলে সিহঁতৰ বিধতাই মৰতৰ
ইমান চেনেহ-প্ৰীতি,
ভালপোৱা মৰণৰ চৰণৰ শৰণৰ
এয়ে সেই পৰিণতি ।
যেতিয়া অস্ত ৰবিৰ বাজে সুৰ পূৰবীৰ
বিদায় ৰাগিণী যিটি
ইটিয়ে সিটিক এৰি চকুলোৰে যোৱা উৰি
অভিশাপ শিৰ পাতি ।
মোৰো এই জীৱনৰ বিৰহৰ-মিলনৰ
সকৰুণ সুৰ যিটি,
নালাগে আৰু যে শুনি টুকিবলৈ চকুপানী
হেৰ উৰণীয়া পখীটি ।

॥ ৯৬ ॥

মৃগ-নাভিস্থিতা, চিৰ-অজানিতা
হে কস্তুৰী সুগন্ধিকা
মযো মৃগ দৰে মৰিলো বিচাৰি
গন্ধৰেণু কপান্তিকা ॥

মোৰ হৃদয়তো আছিলে গানৰ
সুৰৰ গন্ধ মল্লিকা,
প্ৰাণৰ মৰম পৰশ কোমল
মধু-কুঞ্জ গুঞ্জৰিকা
হে কস্তুৰী সুগন্ধিকা ।

মোৰ আছিলে হিয়াৰ দেৱ-দেউলৰ
দেৱদাসী উপাসিকা,
নাজানিলো সেয়ে ঘৃণ্য আজি মোৰ
জীৱনৰ যৱনিকা
হে কস্তুৰী সুগন্ধিকা ।

॥ ৯৭ ॥

মোৰ জীৱনৰে সখি—
শুনিছিলা জানো গান ;
নিশা সদা শেৱালিৰ
পাইছিলা জানো ঘ্ৰাণ ?
শুনিছিলা জানো গান ?

তুৰবিয়ে পোৱা হিয়াতে সাবটি
হ'লেও মৰহা ফুলৰ পাহিটি
মইযে নোপোৱা মৰম কাৰো
হিয়াৰে একণিমান ;
বই ৰোৱা তাৰ চকুলো তুধাবি—
তাতে মোৰ তৃপ্ত প্ৰাণ !
শুনিছিলা জানো গান ?

নাই মোৰ একো নাই অনুতাপ
আছে শিৰ পাতি লোৱা অভিশাপ
ৰজনী পুৱালে ৰজনীগন্ধাৰ
পৰেযে মাধুৰী ম্লান ;
সেয়ে আজি মোৰ এয়ে শেষ গান—
অৱসান— অৱসান !
শুনিছিলা জানো গান ?

॥ ৯৮ ॥

অ' আকাশী উদাসী তোৰ
কোন আকাশৰ সুৰ,
মিলিছে মোৰ গানৰ সুৰত
কি মধুৰ সুমধুৰ দিগন্ত বুকুৰ—
কোন আকাশৰ সুৰ।

সেই আকাশৰ নীলাবে ঐ
দিবিনে মোক মিলায়ে তই
পৰাণে মোৰ বিচৰা তাৰ
ৰম্যপুৰী সুৰ অমৰাৰ
চিৰশান্তি আত্মা-বায়ুৰ।

শুনিছো তোৰ হিয়াত আছে
তৃপ্তি আত্মাৰ গীতে নাচে
প্ৰেম-অমৃত ৰসৰ ধাৰা
নন্দন-কানন আত্মহাৰা
সুমধুৰ স্বপ্ন চুচকুৰ।

অ' আকাশী মোৰ বুকুৰ বাণী
পথৰ সন্ধান দীপ্ত বাণী
মাৰি লবিনে মোক সামৰণি
হ'লেও হক সেই ঠাইখনি
ঊৰ্দ্ধ যত ঊৰ্দ্ধে বহু দূৰ।

সিদিনা উঠিল বাজি হৃদয়ৰ বীণখনি
বজ্ৰাহত শুনা এটি সুৰ ৰিণি ৰিণি,
জীৱনৰ জয়গান বিজয়ৰ অভিমান
দেৱাশীষ সিযে মোৰ ই আকাশ-বাণী ।

সেই আকাশৰ নীলা
হ'লে শেষ ভৱ-লীলা
আত্মাৰ হ'ব চিৰ-শান্তিৰ জিৰণি
পৰি ৰ'ব বীণখনি
বাজি ৰ'ব জয়ধ্বনি
আকুল হিয়াৰ যিটি ব্যাকুল ৰাগিণী
দেৱাশীষ সিযে মোৰ ই আকাশ-বাণী ।

এইখন পৃথিৱীৰ
সঙ্গীত মৃদু ধ্বনিৰ
সৃষ্টি আত্মহাৰা সুখৰ সৰগখনি,
সাধনাত পোৱা যেয়ে
চিৰ-মহাসুখী সেয়ে
থৈ যোৱা তাৰেই এটি মাথোঁ
জিলিকনি—
দেৱাশীষ সিযে মোৰ ই—
আকাশ-বাণী ।

॥ ১০০ ॥

মোৰ চকুৰ পানীৰে নহয় কৱিতা
হিয়া শোণিতেৰে লিখা ;
হিয়া পুৰি মৰা কোনেও নেদেখা
হিয়াৰ অনল-শিখা
হিয়া শোণিতেৰে লিখা।

সেই শিখাৰেই পোহৰত পোৱা
শুকুলা হিয়াৰ শেৱালিয়ে থোৱা
বিলাই সুৰভি মৰম মাধুৰী
সৰি ছুৱৰিত নিশা—
হিয়া শোণিতেৰে লিখা।

জলি উঠা মোৰ হিয়াৰ অগনি
শত কৱিতাৰ ভাবৰ বিননি
এন্ধাৰত দেখা বিজুলীৰ এটি
পোহৰৰ ক্ষীণ ৰেখা
হিয়া শোণিতেৰে লিখা।

॥ ১০১ ॥

এদিন যিদিনা নীলাৰ বুকুত
গাব মোৰ আত্মাই,
মইযে তোমাৰ ইমান ধুনীয়া
পৃথিৱীত আৰু নাই ।

নেকান্দিবা তুমি শুনি ৰিণি ৰিণি
উচুপি অশ্রু বোৱাই
ছায়া-কায়া মোৰ কৰিলা যে ওৰ
পৃথিৱীতে পুৰি ছাই—
মইযে তোমাৰ· ·· ·· ।

তোমাকেই দিম আঁকোৱালি মোৰ
আত্মাৰ মৃত্যু নাই,
শুৱনি তোমাৰ লাৱণী হিয়াৰ
গন্ধ নিশ্বাসত পায়—
মইযে তোমাৰ · ।

আহিছোঁ যদিও তোমাকে খিয়াই
ফুৰিছোঁ গানকে গাই,
নবা জানো তুমি কন্দা শেষ হ'লে
মোৰ আত্মাতে ঠাই ?
মইযে তোমাৰ ইমান ধুনীয়া
পৃথিৱীত আৰু নাই ।

# শ্ৰী শ্ৰীসৰস্বতী বন্দনা

শান্তিৰ অধিষ্ঠাত্ৰী হে বিশ্বজননী
সঙ্গীত বীণাপাণি সুমধুৰ ভাষিণী ॥

শান্তিৰ প্ৰতীক হে আই শুভ্ৰবৰণী
দৰ্শন-কলা-জ্ঞান-বিজ্ঞান প্ৰদায়িনী ॥

আজি প্ৰান্তে প্ৰান্তে বিশ্বশান্তিৰ জয়ধ্বনি
তযু আগমনী প্ৰেম-সঙ্গীত আৱাহনী ॥

# ভক্তিমূলক

॥ ১ ॥

অ' নেকান্দিবা সোণপাহী মোৰ জীয়া গোসাঁনী
সজা নাই বজাৰৰ মই ৰঙা-নীলা ৰংবোৰ কিনি
মাটিৰ গোসাঁনীজনী !

বাস্তৱৰ সোণপাহী মোৰ প্ৰাণৰ প্ৰতিমা
মাটিৰ প্ৰতিমাত একো নাই মহিমা
মুখনি কলিজাৰ মোৰ যুগমীয়া ৰং সনা
পূৰ্ব জন্মৰো পূৰ্বৰ আদিৰেই ঘোৰ সাধনা—
সৌন্দৰ্যৰো ৰূপৰাণী ভুবন-মোহিনী !

জীৱন সপোনৰ মোৰ তুমিয়ে মাধুৰিমা
শাৰদী জোস্না নিশাৰ পূৰ্ণিমাৰে চন্দ্ৰমা
স্বৰ্ণময়ী লক্ষ্মী তুমি সত্য সনাতনী
কৰ-শোভা শঙ্খ কমল ঐশ্বৰ্যদায়িনী—
মৰণতো মোৰ মুখত দিয়া এটোপি পানী ।

মোৰ নহয় বিসৰ্জন দিয়া মাটিৰ গোসাঁনী
হৃদয় ৰাজ্যৰ মহোৎসৱৰ হৃদয়ৰ ৰাণী
যেতিয়া শুভ্ৰ-বসনা মোৰ বিনন্দ কোঁৱালি
স্থৱিৰ হৈ মই সুৰভি তাৰ লম আঁকোৱালি—
তুমিয়ে মোৰ উপাসনাৰ ধ্যানৰ কণ্ঠমণি !

॥ ২ ॥

তুমি মোৰ এপাহি প্ৰভাতী কুসুম
গন্ধ মৃদু মধুৰ !
ৰিব্ ৰিব্ ৰিব্ মলয়াৰে ছাটি
হিয়া জুৰ হিয়া জুৰ ।

তুমি দিয়া মোৰ ঘুমটি দুৰ্ঘোৰ
এটি ঘুমন্ত শিশুৰ,
তুলি চৰণৰ ধ্বনি নেপুৰৰ
ভাঙি দিয়া চুচকুৰ ।

তুমিয়েই এটি পোহৰৰ জ্যোতি
প্ৰেমৰ প্ৰভাতী সুৰ,
বায় নিয়া গায় দুকুল চোৱাই
মোৰ জীৱনৰে ভুৰ ।

তুমিয়েই ঢালি দিয়া আঁকোৱালি
শান্তি অমিয়া থুকুৰ,
বিৰহ বেদনা অসহ যাতনা
তুমিয়ে কৰাযে দূৰ ।

॥ ৩ ॥

তুমি মইময়েই তুমি
হে তুমিময়—হে দয়াময় ;
তোমাৰেই বিশ্বজোৰা
তুমিয়েই ভঙা-গঢ়া
ভয়ংকৰ মহাপ্ৰলয়।

তুমি বিনে মোৰ অপ্ৰকাশ
মোৰ প্ৰকাশে তোমাৰ বিকাশ
পুষ্প মৃদু গন্ধ মধুময়,
শেষ হ'লে মোৰ ই আকাৰ
নিৰঞ্জন ময়ো নিৰাকাৰ
তোমাতেই মোৰ যদি লয় ?

ময়েই তুমি অব্যক্ত ঈশ্বৰ
ব্যক্ত তোমাৰ মোৰ ই নশ্বৰ
দেহাতেই তত্ত্ব পৰিচয়,
তুমিয়েই মই তুমিময়
হে বিশ্বজোৰা অখণ্ডময়
অন্তহীন অনন্ত অক্ষয়।

॥ ৪ ॥

হে অপাৰ অতল জলধি
প্ৰশান্ত মহাসাগৰ,
মোৰ ছুচকুত কিহৰ তোমাৰ
দিলা আনি উজাগৰ ?

ব্যাকুল কৰিলা পাৰলৈ তোমাৰ
অমৃত-মন্থন ভাবৰ ভাণ্ডাৰ
হৃদয় অনুৰাগৰ,
সেয়েইযে মোৰ প্ৰাণৰ উচ্ছাস
সৃষ্টিৰ উল্লাস দৃষ্টিৰ বিশ্বাস
ধ্যান হৃদয় মাজৰ।

মযোগে বিচাৰোঁ পিন্ধাব তোমাৰ
গাঁথি উৰ্মিমালা উদাৰ হিয়াৰ
চিন্তা গভীৰ ভাবৰ,
লভিব তোমাৰ প্ৰশান্তি কোলাৰ
গুচাব মোৰ ই অশান্তি দেহাৰ
চিৰস্তনৰ ভাগৰ।

॥ ৫ ॥

আৰু কিমান যাতনা দিবাহে দয়াল
কৃপাল করুণা সাগৰ,
দুচকুত দিলা বেদনা-ব্যাধিৰ
চকুলোৰে উজাগৰ।

তুমিযে দিছিলা সঙ্গীত সুমধুৰ
ধৰাৰ মানুহৰ তপ্ত হিয়া জুৰ
কিবা অভিমানে দিলা অভিশাপ
দুখ দৈন্য আদি মহা অনুতাপ
সেয়ে আজি হায় ঘৃণ্য জগতৰ—
অসহায় অনাদৰ।

যাতনাই হ'ব সান্ত্বনা মোৰ
সাৰথি পথৰ জুমুনিয়াবোৰ
আৰু মোক নালাগে পুনৰ জনম
মানুহে নুবুজা মানুহৰ মৰম
বিচাৰো মৰিব তোমাৰ কোলাতেই—
চিৰস্নেহৰ ভাগৰ।

# বনগীত

॥ ১ ॥

অ' ফাগুনৰ নিলাজী বা—আঁতৰি যা—আঁতৰি যা—
বুধি-ছলনাৰে চলি শতুকৰে কলিজাত মাৰিছে ঘা।

যক সৰি প্ৰেম-ফুলৰে পাহি প্ৰাণ আজি মোৰ ঘোৰ-বিদ্ৰোহী
নানিবা বিৰহৰ হুমুনিয়া বুকুৰে বান্ধৈ মোৰ কুমলীয়া
আমাৰ মিলনৰ মাজতে পৰিছে ক'লীয়া ডাৱৰৰ ছাঁ।

বুকত জ্বালি দিলে বিদ্ৰোহৰ অগনি
নোৱাৰো তোমাৰ চাবলৈ মুখনি
ধৰোৱা পৰাণৰ অ' মোৰ সাদৰী প্ৰতিশোধ এখনি দা।

॥ ২ ॥

মোক কোনে পঠিয়াইছিলে অ' দোকমোকালিতে
টি টি টি টি টি টি টি কৈ ;
সেয়ে হ'ল জীৱনৰ বনগীতফাকি মোৰ
চকুলো ছুগালে বৈ—
এইখন ফুলনি মনে মোৰ মোহিনী
টি টি টি টি ককাইটি ঐ ।

ছুৰবিত হেৰাল সৰি তাৰ মুকুতা
জীৱনৰ কাৰ্লিৰ ঐ
দোকমোকালিতেই সন্ধিয়া মোৰ নামিলে
কালৰে পছোৱা বৈ—
এইখন ফুলনি মনে মোৰ মোহিনী
টি টি টি টি ককাইটি ঐ ।

ক্ষমিবা দায়ে মোৰ টি টি টি টি টি টি কৈ
আমনি লগোৱা মই,
হিয়াখন দহিছে এইখন ফুলনি
যাবলৈ এৰিয়ে থৈ—
এইখন ফুলনি মনে মোৰ মোহিনী
টি টি টি টি ককাইটি ঐ ।

॥ ৩ ॥

এইবাৰ আঘোণাৰ অ' পথাৰবে পকাধান
সোণগুটি হ'ল ;
ইয়ে বোলে এহ্ এহ্ আই ঐ দেহি ঐ
সিয়ে বোলে এহ্ এহ্ আই ঐ দেহি ঐ
আঘোণীৰে চকুযুৰি চলচলি হ'ল ॥

এ কাউৰী গ'ল গধূলি হ'ল
মোৰ গৰাকীজন পিছপৰি ৰ'ল (চাগে)
আহিব আহিব মোৰ হিয়াতে জিলিকিব
মাণিক মাদলি পোহৰৰ জলমল ॥

অ' ঘৰ গুচি বাঁহতল হ'ল সমনীয়া
ঘৰ গুচি হ'ল বাঁহতল,
চকুৰ পানীৰে তাই বাটো যে নেদেখা হ'ল
গৰুবোৰো থানে-বানে কেনিবাদি গ'ল ॥

অ' আঘোণাই যোৱা ৰাইজক সেৱা জনাই
আঘোণে আঘোণে আজি এবছৰ হ'ল,
সকামটো পাতিলে ৰাইজেই ৰজন জনাই
আঘোণী পাগলী হৈ ক'ৰবালৈ গ'ল ॥

॥ ৪ ॥

বিহুৰে বিৰিণাৰ পাতে ঐ মালতী
বিহুৰে বিৰিণাৰ পাত,
চিটিকাব লাগিব অগ্নি-মেখেলাৰ
ফিৰিঙতি আকাশৰ গাত।

মেলিব লাগিব প্রান্তে প্রান্তে
নাচোনত বসুমতী ফাট,
তুলিব লাগিব সুৰৰে জাউৰি
বিহুৰে ঐ দেওধনী গাত।

ঢালিব লাগিব সেউজী ঐ মালতী
শুকান বিৰিখৰে গাত,
আকাশে বতাহে তুলিব লাগিব
ঢোল-তাল-পেঁপাৰ মাত।

ৰাখিব লাগিব মান অসমীয়াৰ
ৰাখিব যে লাগিব জাত,
দিগ্বিজয়ী আমাৰ বহাগৰে বিহুটি
গৌৰৱ বুৰঞ্জীৰ পাত।

॥ ৫ ॥

অতিকৈ চেনেহৰ (অ' মইনা ইংৰাজী বেজেনা)
মুগাৰে মহুৰা (অ' মইনা ইংৰাজী বেজেনা)
অতিকৈ চেনেহৰ মাকো।

তাতোকৈ চেনেহৰ (অ' মইনা ইংৰাজী বেজেনা)
বহাগৰ বিহুটি (অ' মইনা ইংৰাজী বেজেনা)
নেপাতি কেনেকৈ থাকোঁ—
ধনপুৰ অ' মনপুৰ অ'
শুন্ হেৰ শুন্ ইংৰাজী সুৰ ?

ৰংপুৰে বিহুগীত (অ' মইনা সুৰবে সুৰ্‌দি)
গায় হিয়া ভাঙি (অ' মইনা সুৰবে সুৰ্‌দি)
এমেৰিকাই গিটাৰ বজায়;
আমাৰে শুকানী (অ' মইনা বেজেনা)
মেকুৰীজনীয়ে (অ' মইনা ইংৰাজী বেজেনা)
বলডেন্স দিবলৈ যায় বিলাতলৈ
চেহাবৰে চিঠিখন পায় পেৰেমসনা
ৰাইজখনে শলাগি চাপৰি বায়!

নগাৰে দেশতে (অ' আইতা চাই ভৈয়ামলৈ)
নগায়ে নাচিলে (অ' আইতা চাই ভৈয়ামলৈ)
বিহুগীত এফাকি গায়,
স্বৰ্গদেউ ঈশ্বৰে (অ' আইতা দিখৌৰে কান্দিলে)
স্বৰগৰে পৰা (অ' আইতা দিখৌৰে কান্দিলে)
চকুলো বোৱায়ে চায়—
চেনাই মইনা ঐ
কি বিহু পাতিলা হায়—
মুকলি আকাশখন নাই
ৰভাৰে তলতে টিনপাতৰ তাপতে
লাওখোলা শুলালে হায়?

॥ ৬ ॥

দোক-মোকালিতে ঐ
ক'ৰেনো পখীটি
গুনালি গীতটি
টি টি টি টি টি টি কৈ ?

কাৰ সেন্দুৰীয়া
চৰণৰে ৰেখা
কপালতে আঁকি লৈ,
ক'তনো লুকালি
সৰা পাখি এটি
শেৱালি-তলতে থৈ ?

পালে যেয়ে দেখা
বুলি স্মৃতি-ৰেখা
কেৱে নেদেখাতে ঐ
গাই গ'ল যিটি
জীৱনৰ গীতি
হিয়াতে সাৰটি লৈ ।

॥ ৭ ॥

বহাগী আহিছে বাৰে বৰণীয়া ফুল আঁচলতে লৈ—
চেনেহী-চিকুণী মৰমী মুখনি সপোন সনা যে ঐ—
ঐয়ে আজি ৰঙালী বিহুৰে ঐ ধেমালি
হিয়াৰে উতলা নৈ।

খোপাৰ গুৰনি কপৌনো-কেতেকী তগৰে মালতী-জঁাই,
মলয়া বতাহে সুৰভি বিলায়ে পাহতে চুমাটি খায়—
খায়ে আজি ৰঙালী বিহুৰে ঐ ধেমালি
মৰমতে চুমাটি খায়।

বুঢ়া লুইতৰো উঠিল ঢেকাধনি বিলৰে বাতৰি পায়,
উজনি নামনি ৰঙতে বলিয়া ঢোলে-তালে পেঁপা বায়—
বায়ে আজি ৰঙালী বিহুৰে ঐ ধেমালি
হিয়াৰে ঐ হিয়াখন পায়।

মনে মোৰ বলিয়া মুকলি সুৰীয়া বনগীত একাকি গায়
সেয়াটি জনাইছো মোৰে মৰমৰ সুৱাগী বহাগী আই,
আয়ে আজি ৰঙালী বিহুৰে ঐ ধেমালি
চেনেহ-চকুলো বোৱাই।

॥ ৮ ॥

আজি এই মাঘৰে ভোগালী বিহুৰে
উপচি পৰিছে হিয়া উলাহে
উপচি পৰিছে হিয়া,
মৰম সনাসনি হাঁহি খলকনি
হিয়া দিয়া হিয়া নিয়া।

পূব আকাশতে ভুমুকি মাৰিলে
জিলিকি সূৰুযে পূৰা,
মনৰে মাজতে জিলিকি উঠিছে
ছবি খনি হেঙুলীয়া।

ভোগালী গ'লে ঐ আহিব ৰঙালী
হিয়ানো উতলা কৰা,
হিয়াতে লভিম শকতি অপাৰে
পৃথিৱী ন-কৈ গঢ়া।

যাচিছোঁ আজি এই ভোগালী বিহুৰে
ভকতি ওলগে ভৰা,
আমি অসমীয়া বিহুৰে ৰজিয়া
তাহানিখনৰে পৰা।

॥ ৯ ॥

আজি অ' আমাৰ কৌটিকলীয়া যাউতি যুগীয়া
ভোগালী বিহুৰে দিন,
ৰাখিব লাগিব আমি ভোজে খোৱা পুৰি ছায়ে হোৱা
আমাৰ ভেলাঘৰৰ চিন।

আছে লুইতৰ পাৰে পাৰে জীয়া হৈ জিলিকি
সাতাম পুৰুষীয়া চিন,
হ'লেও মৰিশালিৰ মৰা হাড়কিডালিৰ
মৰম জীয়াই থকাৰ চিন
ৰাখিব লাগিব··· ··· ····

শুন্ শুন্ শুন্ অ' কৈছে আমাক অতীতে বিঙিয়াই
মৰা নাই আমি হোৱা নাই লীন,
থায় আছিছোঁ এমুঠি ভেলাঘৰে পুৰি
কাৰো নলগোৱাকৈয়ে ঋণ—
ৰাখিব লাগিব··· ····

নেপাবি এনুৱা দিনে সমনীয়া
নেপাবি এনুৱা দিন,
নতুনৰ সুৰেৰে জগতৰ মাজতে
যাবয়ে লাগিব জীণ—
ৰাখিব লাগিব · ·····

॥ ১০ ॥

নল মৰি মৰি অ' আইতা
গজালি ওলালে অ' আইতা
জিলিকিব লুইতৰে পাৰ,
তোমাৰে কোলাতে অ' আইতা
আমিও জিলিকি অ' আইতা
গুচুৱাওঁ পোৰণি যে গাৰ।

লুইতৰ পাৰে পাৰে থৈ যাম আমিও
আমাৰ একতা হিয়াৰ
বিলাব জগতক সিয়ে এটুপি অমিয়া ৰস
আমাৰে সুৰদি ভাষাৰ।

আকৌ আহিছে আজি ভোগালীয়ে ভোগ লৈ
উলাহ উছৱ হিয়াৰ
সিযে হ'ব আমাৰে একতাৰ বীজেৰে
সুজলা সুফলা পথাৰ।

॥ ১১ ॥

হেই ধিনখিতা নাখিতাও খিতা খিতা তিখিতাও
ধিনখিতা নাখিতাও তাও ;
স্বৰ্গদেউ ঈশ্বৰৰ সবগৰে পৰা
আশীষে বৰষা পাওঁ—
ভালকৈ বজাবা ঢোলে ঐ ঢুলীয়া
বিহু মাৰি মাৰি ৰণলৈ যাওঁ
যাওঁ যাওঁ যাওঁ হেই—
বিহু মাৰি মাৰি ৰণলৈ যাওঁ।

দিয়া মোক নেলাগে নেখাওঁ মই ভাতে ঐ
তামোলকে এখনি খাওঁ,
কিনো টান লাগিছে কচুকিডাল কাটোঁতে
হাতখন চুৱাকে নিয়াওঁ।

আজিও আছে সেঁ। জিলিকি শৰাইঘাট
হেজাৰ ৰণৰ নাও –
হেজাৰ বীৰৰ গাঁও
খায়ে পাত-ছিৰাই ব'ঠা চুৰ কৰিছে
দিছে দুৰ্মুখীবা ভাও।

আছে ৰণৰে আখৰা সৌ দি 'ৰঙাগৰা'ই
ব'লা ৰংপুৰ জিলালৈ যাওঁ,
কপালে ৰঙাকৈ শতৰুৰ তেজেৰে
ভাৰতৰে জয় গাওঁ।

আহাঁ ভেদে ভুলি সবে মিলিজুলি
আগে বাঢ়ি বাঢ়ি যাওঁ,
আমিয়ে ৰাখিম মানে আই ভাৰতীৰ
মাৰও জনমে পাওঁ।

॥ ১২ ॥

ক'ৰে গৰখীয়া অ'    মনে মোৰ মুহিলি
ম'হৰ শিঙৰ পেঁপাটি বায়,
ঘৰো এৰালি বাৰী এৰালি
হাঁহে মোক বাটৰ বাটৰুৱাই—
মনে মোৰ মুহিলি ম'হৰ শিঙৰ পেঁপাটি বায়!

মোৰ মন বনতে কি জুই লগালি
কি যাছু কৰিলি অকলশৰীয়া পায়,
তোকে মোৰ বিচাৰে হিয়াৰে হিয়াই
বনগীত ফাকি তোৰ গায়—
মনে মোৰ মুহিলি… ……… ….

তোকে মোৰ হৰিলি    পিয়াহো হৰিলি
মোৰে লগৰীয়া ক'ৰে গৰখীয়া কাই,
দেখা দি বিৰিণাৰ    আঁৰতে লুকালি
'ঔক্' বুলি লুকাভাকু খেলাই—
মনে মোৰ মুহিলি… . .. ….

অ' পথাৰে পথাৰে    বিচৰাই মাৰিলি
বেলিটিও গ'ল ভটিয়াই
দেহা পৰিল চলি    জুৰ ঢালি ঢালি
সাৰটি ওৰালে আঁহত জোপাই—
মনে মোৰ মুহিলি……. ………

এইবেলি গোলাপী অ' গোলাপী—
এইবেলি গোলাপী অ, জিলালৈ গুলাবি
গোসাঁনী চাবলৈ যাম ;
দলঙৰ তলতে চেনি-মিঠৈ কিনি
কলঙৰ পানীৰে খাম—
এইবেলি গোলাপী অ' জিলালৈ গুলাবি
গোসাঁনী চাবলৈ যাম ।

হেই দোকানে দোকানে ৰঙা-নীলা পুতলা
যাওঁতে তাৰে এটি কিনি লৈ যাম,
এ পানীমলাক নক'বি পানীৰামক ক'বগৈ
পানী হব সকলো কাম
এই বেলি গোলাপী অ' জিলালৈ গুলাবি
গোসাঁনী চাবলৈ যাম ।

হেই গুলাবি গোলাপী একেবাৰে গুলাবি
একেলগে যোৰ পাতি যাম,
এ বিৰিণাৰে আঁৰে আঁৰে কলঙৰে পাৰে পাৰে
ৰঙানীলা মানুহবোৰ চাম—
এইবেলি গোলাপী অ' জিলালৈ গুলাবি
গোসাঁনী চাবলৈ যাম ।

হেই মানুহবোৰ যাবগৈ চেনি-মিঠৈ কিনি লৈ
গোসাঁনী চাবগৈ কৈলাসধাম ;
এ আমাৰে মৰমৰ মুকুতাৰে ভৰা
কলঙৰ বিহুতলীখন পাম—
এইবেলি গোলাপী অ' জিলালৈ গুলাবি
গোসাঁনী চাবলৈ যাম ।

॥ ১৪ ॥

মই মোৰ ইপাৰে অ'
বিৰিপাৰে আঁৰে আঁৰে—
ভোগদৈৰ সিপাৰে শিমলুৰ তলৰে
চিতাজুই দুমুৰা নাই,
নাযাবা ইপাৰে গাঁৱৰ ডেকা ল'ৰা
ভোগালীৰ বিহুভাত খায়।

আই ঐ দেহি সৌজনী ভোগদৈ
আই ঐ দেহি পাৰতে আছে বৈ
ভোগৰাম আতৈ মোৰ নাই
চকুৰে আগতে আই ঐ দেহি
আহি মোৰ আতৈয়ে আই ঐ দেহি
হাঁহি দেখা দিয়ে যায়—
দেহি আই ঐ দেহি
হাঁহি দেখা দিয়ে যায়।

আজিও গধূলি বগাকৈনো বগলী
ভোগৰাম আতৈয়ে বগাকৈনো বগলী
গৰু লৈ ঘৰলৈ যায়,
পথাৰৰ মাজতে জাকতে ঐ জিলিকা
ভোগদৈক লগেনো পায়—
দেহি আই ঐ দেহি
ভোগদৈক লগেনো পায়।

অ' বিহু নহয় সকামটো
জলপানৰ মলাটো
যাবা মোৰ চোতালৰ খায়,
মাকৰ ঘৰতে অ' আইটি ভনীটি
থাকক গৈ মালতী অ' আইটি ভনীটি
ভেলাঘৰ পুৰি হ'ল ছাই—
আক মরো নাই
ভেলাঘৰ পুৰি হ'ল ছাই।

॥ ১৫ ॥

হেই উজনিৰ গাড়ীখন গ'ল—
এই হেই হে উজনিৰ গাড়ীখন গ'ল,
চাওঁতে চাওঁতে চকুযুৰি বিৰালে
চিঠিখন দিবলৈ ৰ'ল—
ৰেলগাড়ী চলিলে অ' মইনা ঝিকিঝিক
উঁকি পাৰি পাৰি অ' মইনা ঝিকিঝিক
চিঠিখন দিবলৈ ৰ'ল।

অ' খোপাৰে কেতেকী মৰহি শুকালে
হাতৰো জেতুকা গ'ল,
আমাৰে গাঁৱৰে ৰহাগীৰ বিয়াখন
দুইতৰ লগতে হ'ল।

অ' ক'বেনো উজনি গাঁৱৰে বোপাটি
তোমালৈ মনেনো গ'ল,
তুমিও মৰিবা          চকুপানী টুকি
ঘৰ দু'ৰ গছৰে তল।

॥ ১৩ ॥

এইবেলি ফাগুনৰ অ' আইটি কপৌফুল
দিলে আদালতে অ' আইটি কপৌফুল
ফাগুনীৰ কাঁচীবে বায়;
হিয়াত পালে থোৱা অ' আইটি কপৌফুল
কোনোবা কৌৰৱৰ অ' আইটি কপৌফুল
ছবি আঁকি লুকুৱাই—
অ' আইটি কপৌফুল
মনে আজি বিয়াকুল
ফাগুনীৰ কাঁচীবে বায়।

অ' পালে আক হিয়াত জলা জুই একুৰা
জ্বলি-পুৰি মৰা তাই,
আকাশে বতাহে অগনি জ্বলোৱা
ফিৰিঙতি ছিটিকায়—।

অ' ওঁঠৰ নাচি ফুৰা ওঁঠবে মদিৰা
শতকৰে পোৱা নাই,
এ ফাগুনালৈ থোৱা তামোল-পাণ বটাৰে
বাইজৰ লগোৱা দায়?

অ' আইনে বুলিলে—'ডিঙিৰ সাতেসৰী
লক্ চিপেজৰি তাই'
এ ফাগুনাকো দিলে বৰলা ফাটেকত
'কুৰিছিল কিয় পলায়'?

॥ ১৭ ॥

অ' আজি ফাগুনী—
ফাগুনৰে কুৰিটি দিন,
টি টি টি টি টি টি বহাগৰ বিহুটিৰ
ধিন্ ধিনিকি ধিন্দাও-দাও ধিন্ ?

ফাগুনৰে পছোৱাই ধূলি-বালি উৰুৱাই
কৰিছে তেনেই অচিন,
শান্তিৰে থাপনা কেনেকৈ থাপিবা
চকুত যদি লাগিছে ঘিণ ?

টুং টুং টুং টুং বীণ-বৰাগীয়ে
টুং টুং টুং টুং বীণত ঐ পাইছে
আহিব প্ৰলয় এদিন .
ফুলে ৰঙা ৰঙা
মনে ৰঙা ৰঙা
হিয়া দি হিয়াখন কিন।

সেউজীয়াই মাতিছে সাবটি মোক লবলৈ
বাই আজি হিয়াৰে বীণ ;
অ' মইনা আইকণ, তিতিকি মোৰ তিতাকণ
তুমিওযে হেৰুৱালা চিন ?

মই আহিছিলোঁ অ'        কিৰীলি এটিৰে
টি টি টি টি টি টি কৈ
যাওঁতে যামগৈ        মিঠাকণ এৰি থৈ
তিতিকি তিতাকণ লৈ—
তাতে আকৌ তিতিকি
বহাগৰে বিহুটি
চাই যাওঁ এবেলি বৈ ।

মৰিব মনে মোৰ অ'        নেযায় সমনীয়া
পখীটিয়ে মাতে 'সখিটি ঐ'
মোৰ মন্ত্ৰ-মোহিনী        এইখন বিহুতলী
নেযাওঁ মই এৰিয়ে থৈ—
তাতে আকৌ টি টি টি
বহাগৰে বিহুটি
চাই যাওঁ এবেলি বৈ ।

মোৰ সুৰ হেৰুৱালো        এইখন বিহুতলীত
কোনে পতিয়াব ঐ,
মোৰ আজিও নাচে তাত        যৌৱন-লহৰী
বিহুটি বিহুটি কৈ
তাতে আকৌ টি টি টি
বহাগৰে বিহুটি
চাই যাওঁ এবেলি বৈ ।

কিনো গালোঁ-বালোঁ অ' ময়ে নুবুজিলোঁ
টি টি টি টি টি টি কৈ
তাতে পালে হেনো        কোনোবাই মিঠাকণ
হিয়াত মোক সাবটি লৈ—
তাতে আকৌ টি টি টি
বহাগৰে বিহুটি
চাই যাওঁ এবেলি বৈ ।

॥ ১৯ ॥

অ' মোৰ নতুন 'ৰব বৌ'—
ধুন্দুলি পাৰি দিয়া খাওঁ,
ধুন্দুলি পাৰোঁতে হাঁকুটি ভাঙিলে
খোৰা দিয়া গাঁৱলৈ যাওঁ, যাওঁ যাওঁ যাওঁ হেই—
খোৰ দিয়া গাঁৱলৈ যাওঁ।

'আগলি বাঁহৰে লাহৰী গগনা' ঐ
'নতুন কইনা'ই বন্ধা ভাত খাওঁ,
ভাতৰ কাঁহীৰ ধান বাছোঁতেই
বেলিটো লাহ দিয়া যেন পাওঁ—
মই বণলৈ কেনেকে' যাওঁ?

অ' মোৰ 'বেঙেনা গছত হাঁকুটি লগোৱা'
ৰব বৌ তোমাক ৰব ভাল পাওঁ,
ভেজাল হ'লেও তোমাৰ শাস্ত্ৰীয় কথাৰ
চেনি বুলি নিমখকেই খাওঁ।

সেখিছানে 'মইনা' অ' নতুন-কইনা'
যিটি মইনা আমাৰ ভোক-লাও
যিটি মইনা আমাৰ পিয়াহ-লাও,
হিয়াৰ হিয়াতলীত সাৱটি লৈ—
বিশ্বৰ শান্তি পাওঁ।

এইবাৰ বিহুতলীত আমি তোমাক
জীয়াই থকাৰ শুভেচ্ছা জনাওঁ,
ধাৰ 'কৰা ধনেৰে চ'তৰ বিহু পাতিছোঁ
ঝিন্ ঝিনিকি ঝিন্দাও লাও লাও লাও।

॥ ২০ ॥

গগনাত নকৰিবা ভুলে ঐ ককাইটি
　　গগনাত নকৰিবা ভুল ;
গগনাই ফুলাৰ　　বিশ্ব প্ৰশান্তিৰ
　　ঘৰে ঘৰে কেতেকী
　　ফুলে সোণেপাহি
　　মুখে মুখে হাঁহি
　　সোণপাহি কেতেকী ফুল ।

অ' বনগীত গাবলৈ লাগে লাজে বিজে
　　স্বৰ্গদেৱে নুবুজিলে ভুল,
আজিকালিৰ মানুহে　　পাহৰিয়ে পেলালে
　　হেৰুৱালে নিজৰা কূল ।

গগনা নহয় গগনা　　মঙলৰ মন্ত্ৰণা
　　শনিবজাৰ নাই একো মূল,
মৰমৰে ডিব্ৰুগড়　　ৰূপে-গুণে মনোহৰ
　　'গগনা'ৰে ভাতিৰ ফুল ।

অ' চন্দুকত বন্দুকৰ গুলি মোৰ আইজনী
চন্দুকত বন্দুকৰ গুলি;
মিচিকিয়া হাঁহিৰে বুকু চাই বহিলা
মানুহটোকে পছটো বুলি মইনা আইজনী
কিনো যে ঐ গুৱনি—চন্দুকত বন্দুকৰ গুলি ?

অ' কিনো মিঠাপাণৰ খিলি মোৰ আইজনী
কিনো মিঠাপাণৰ খিলি,
বহাগীৰে বিয়াখন মনে মনে পাতিলা
প্ৰাণী পোতাত সুৰগা তুলি মইনা আইজনী
কিনো যে ঐ গুৱনি—চন্দুকত বন্দুকৰ গুলি ??

অ' গাবলৈ নেপালো যোৰা-নাম এফাকি
সুৰৰে জাউবি তুলি,
আগে নেজানিলো এতিয়াহে জানিলোঁ
বিলাতৰ দৰাটো বুলি মইনা আইজনী
কিনো যে ঐ গুৱনি—চন্দুকত বন্দুকৰ গুলি ??

অ' বাঁহবো একাল মানুহবো একাল
একেখন বাৰীৰে পুলি,
মিঠা গুচি তিতা হ'ল মনৰ কথা মনত ৰ'ল
কিনো মিঠাপাণৰ খিলি মইনা আইজনী
কিনো যে গুৱনি—চন্দুকত বন্দুকৰ গুলি ??

॥ ২২ ॥

সৌ বিলৰে পাৰৰ শিমলুজোপাই
বহু সাধুকথা জানে অ' জোনাকী
বহু সাধুকথা জানে ;
তাৰ মৰিশালিখনলৈ আজিও
বহু নাতি-পুতি পুতিৰ পুতিও
কান্ধত কৰাইদেউতাই আনে—
বুঢ়া শগুণটোৱে ডালত টোপনিয়াই গণে।

তাৰ এটি সাধুৱে—
আজিও গধূলি উজ্জ্বালি বিজুলী
হিয়াত ধান বনাদি বানে ;
শুনি ৰিণি ৰিণি মোৰ দূৰণিৰ বাঁহী
কৈ যোৱা আহি কোনে হাঁহি হাঁহি
কথা দি কথাটি কাণে কাণে ?

সুবুদ্ধি মানুহৰ পৰিবর্তন—
গালো মাথোঁ বহু গুণানুকীর্তন
বুজিলো এবে তাৰমানে ;
সেয়ে আজি হায় ভাগ্য-দেৱতাই
গুঁজৰি গুমৰি আজীৱন কন্দুৱাই
হিয়াত মোৰ বজ্র হানে।

॥ ২৩ ॥

কিনো ৰাখিবাৰে চল মোৰ গোসাঁই ঐ
কিনো ৰাখিবাৰে চল,
চলৰ বুকুতে বুঢ়ী কুবিজনী
কেনিনো ভটিয়াই গ'ল নীলা-চিলা ঐ—
কিনো ৰাখিবাৰে চল?

উজনি গাঁৱতে লাগিল হুৱা-দুৱা·
জিলালৈ বাতৰি গ'ল,
ছয়তে ল'ৰা-বুঢ়া হাতী ধৰিবলৈ
চটাই পৰ্বতলৈ গ'ল নীলা-চিলা ঐ—
কিনো ৰাখিবাৰে চল?

জিলাৰে বৰ চাহাবৰ টিলাৰে বঙলাৰ
লোকে লোকাৰণ্য হ'ল,
ৰাইজক দিলে বাৰু পানীৰাম পিয়লে
চাহাব বিলাতলৈ গ'ল নীলা-চিলা ঐ—
কিনো ৰাখিবাৰে চল?

আমতীত নাপালোঁ খাব আমে-কঁঠাল
বান্দৰে খালে নাৰিকল (হেনো),
ভাটী গাঁৱৰ পেটুৰা ৰামনৰ বিলতে
কুৰি গুটি চেনিজনী হ'ল নীলা-চিলা ঐ—
কিনো ৰাখিবাৰে চল?

॥ ২৪ ॥

বুঢ়ী আয়ে ক'লে—
ন' মোৰ মৰমৰ নাতি-ল'ৰা,
সৌ দূৰে ওপৰৰ নীল আকাশৰ
তিৰ্. বিৰ্. এন্দুৰা।

পৃথিৱী ঘূৰিছে আমিও ঘূৰিছোঁ
হ'লেও তোমালোক কণ কণ ল'ৰা
বোবা বুলি ওমলা ইকৰাজনিতেই
পাৰাবে জীৱন-ৰণৰ-বোজা।

পানীপোতাৰ পানীতেই কাগজৰ নাও সাজি
সাগৰ সংগ্ৰামৰ অভ্যাস কৰা
ভোট-এৰাৰ আঠাৰে বেলুন উৰুৱাই
আহাগৈ চন্দ্ৰলোকৰ পৰা।

শেষ হ'লে সাধুটি তানেকে যাম গুচি
নেকান্দিবা তোমালোকে ন' মোৰ নাতি-ল'ৰা,
মৰে সেই জোনবাই তোমালোকৰ বুঢ়ী আই
পুনি সাধুটি কৈ মৰমতে মৰা।

ন' আইতা-আইতা ঐ বুকুৰ আইতা
তুমি আমাৰ গোসাঁনী আই বিশ্ব-মনোহৰ,
বৰ ভাল পাওঁ তোমাক নাযাবা এৰি আমাক
তুমি গ'লে হ'ম আমি মাউ-মাউৰা।

॥ ২৫ ॥

মোৰ আকৌ ধনে-ধানে অ' লখিমী আঘোণী
অহা অহা যেনে পাওঁ,
দবা দবা লাগিছে গাটো আজি মোৰ
মু'খনি চায়ে মই যাওঁ বান্ধৈ তোমাৰ ঐ—
মু'খনি চাযে মই যাওঁ!

আকৌ যেনে আঘোণৰ পকাধানে ৰিঙিযাই
চাই চাই তোমাকেই যাওঁ,
তুমি দিযা লুকুৱাই থুৰিয়া তামোলখনি
কুঁৱলিৰ আঁৰে আঁৰে খাওঁ বান্ধৈ মৰমী—
মু'খনি চায়ে মই যাওঁ!

আকৌ মোৰ আঘোণত জোৰণ পিন্ধাবলৈ
যোৱা যোৱা যেনে পাওঁ,
চোতালত বাজে যেন ঢুলীয়াৰ বৰঢোল
ধিন্ ধিন্ দাও-দাও বান্ধৈ মৰমী—
মু'খনি চাযে মই যাওঁ।

বেইৰে তলৰে অ'—আকৌ মন উতলা
গোন্ধে মাহ-হালধিৰ পাওঁ,
ত'ত মোক শুধিলে ক'মে শপত খায়
তোমাকেই ভালে মই পাওঁ বান্ধৈ মৰমী—
মু'খনি চায়ে মই যাওঁ!

॥ ২৬ ॥

অ' এইবাৰ মুশুনিলো ছতুৰ-হাতাৰ ঢেঁকীশালৰ মাত,
গাঁও-ভূঁই নোগোন্ধালে বতাহত সান্দহ সান্দহ
বিহু বিহু নেলাগিলে গাত।

ভোজ ভোজ নোগোন্ধালে [illegible] ভলাঘৰৰ অ'
মুশুনিলো কাৰো ক'তো ঢেকাল'ৰাৰ মাত,
নেদেখিলোঁ ইখন সিখন লাঙনি-পীচনি
বাইং-ভনীৰ উলহ-মালহ গাত!

ঘিউ-মৌৰ দেশতে মোৰ অ' ঘিউ-মৌ নোগোন্ধালে
চেলেকি যে ৰ'লা শুদা হাত (মোৰ বাইজখন),
স্বাৰ্থলোভী, জাতিদ্ৰোহী ভণ্ড-তপস্বীহঁতৰ
হিয়াখন এতিয়াহে পৰিলে ঐ শাঁত।

বোলো আই ঐ দেহি বৈবৈমতী ময়নামতী
মাতিলা কি অমাতৰ মাত,
পাহৰিব নোৱাৰোঁ বৈবৈমতী ময়নামতী
কি জুই লগালা গাত?

এই দেশ, এই জাতিৰ সমৃদ্ধিৰ ভোগ-বিলাসৰ
আই মোৰ ভোগালী-ভোগদৈ-ভোগেশ্বৰী
কৰ-যোৰে কৰো প্ৰণিপাত,
কমিবা, জীয়াই থাকক ভণ্ড তপস্বীহঁতক
চেলেকি এই দেশতেই বিচাৰি চুৰাপাত!

॥ ২৭ ॥

এইবাৰ বিহুতলীত শান্তিৰে বিহুৱান
শিৰে পতি জিলিকিব শান্তিৰে বিহুৱান
ৰঙত নাচি উঠিব প্ৰাণ,
মৰমেৰে মাতিব শান্তিৰে বিহুৱান
হিয়াৰে ঐ মাজনৈ শাঁথিবে বিহুৱান
চোলটি ঐ, পেঁপাটি ঐ আন আন
খোজে পতি আহ্বান – শান্তিৰে অভিযান –
বিহুৱান বিহুৱান।
এইবাৰৰ বিহুতলী অ' দেউতা স্বৰ্গদেউ ঈশ্বৰে
কৰিবা যে মুকলি অ' দেউতা স্বৰ্গদেউ ঈশ্বৰে
নাচনীয়ে পাব দান-মান
ৰজাঘৰৰ হাউলী অ' দেউতা যমকে ঐ জমকে
ৰঙৰে ঐ কিৰীলি অ' দেউতা যমকে ঐ জমকে
কেতেকীয়ে নাচিব উতলা প্ৰাণ—
চোলটি ঐ, পেঁপাটি ঐ আন আন
খোজে পতি আহ্বান—শান্তিৰে অভিযান—
বিহুৱান বিহুৱান।
ৰঙালী যে বিহুটি অ' আইটি ৰংপুৰে বিভিয়াই
পৃথিৱীৰে শান্তি অ' আইটি ৰংপুৰে বিভিয়াই
কথাটোৰে কৰিবা কাণ,
তোমাকেই লাগিব জাতিৰে কীৰিতি-পীৰিতিয়ে বিহুটি
জীয়ায়েনো ৰাখিব জাতিৰে কীৰিতি-পীৰিতিয়ে বিহুটি
প্ৰকৃতিৰ সেউজীয়া দান—
চোলটি ঐ পেঁপাটি ঐ আন আন
খোজে প্ৰতি আহ্বান—শান্তিৰে অভিযান—
বিহুৱান বিহুৱান।

॥ ২৮ ॥

চৰাই নহয় বৰদৈচিলা অ' মইনা
চৰাই নহয় বৰদৈচিলা,
সাতাম পুৰুষীয়া কৃষ্টি সভ্যতাৰ
সাক্ষী তাৰ ৰংপুৰ জিলা অ' মইনা—
চৰাই নহয় বৰদৈচিলা।

মাকৰ ধৰনৈ বিহু খায় আহোতে
মৰমৰ বৰদৈচিলা,
হুকা-বধা কৰোঁতে আমাৰ জোঁৱাই ল'ৰাই
সৃষ্টিৰ দেখুৱাৰ ধ্বংসলীলা অ' মইনা—
চৰাই নহয় বৰদৈচিলা।

আজিও পুৱাতেই উৰুকাৰে দিনা
আহিব বৰদৈচিলা.
আনিব প্ৰলয়ৰ শংকাৰে ধুমুহা
চাই থাকা আকাশৰ নীলা অ' মইনা—
চৰাই নহয় বৰদৈচিলা।

তেনেকৈয়ে যাবগৈ সাতবিহুৰ সন্ধিয়া
ভনীটি বৰদৈচিলা,
পালো বুলি সাবটি লব জোঁৱাই ল'ৰাই
হেৰুৱা মোৰ সোণৰে ঘিলা অ' মইনা—
চৰাই নহয় বৰদৈচিলা।

. ॥ ২৯ ॥

সুপুৰাবি হেৰ সুপুৰাবি
বহাগৰে বিহু নিশাবোৰ,
সেই কামনাৰে জ্বলি দাবানল
জাগে যৌৱন আজিও মোৰ
সুপুৰাবি‥ ‥বিহু নিশাবোৰ।

বিহুতলীয়ে বিহুতলীয়ে
মৰোঁ মই উজনি নামনিয়ে
কৰো সোণপাহি মন-কেতেকীৰে
নাচি-হাঁহি জীৱনৰে ওৰ—
সুপুৰাবি ‥ … ‥ বিহু নিশাবোৰ।

অ' মোৰে মন বিহু মালতী
নেচাবি ঐ পাচলৈ উলটি
এটি দেখিছিলো ময়ো বিংশ শতাব্দীৰ
স্বপ্ন বিহুৰ তন্দ্ৰা-বিভোৰ—
সুপুৰাবি……… ‥ বিহু নিশাবোৰ।

|| ৩০ ||

বিহু গ'লে বিনাবা কাক
তুমি মোৰ ৰঙালী বিহুৰে ধেমালি
চেনেহৰ এষাৰি মাত—
বিহু গ'লে বিনাবা কাক?

তুমি মোৰ জীৱনৰ বিহুগীত একাকি
ভোকৰো এমুঠি ভাত—
মৰমৰ এচুঙা প্ৰেমৰে ফটিকা
ৰাগী মোৰ লগোৱা গাত—
বিহু গ'লে বিনাবা কাক?

আজি বিহু বিহু কালি বিহু বিহু
বিহুৰে বিৰিণা পাত,
তুমি মোৰ চেনেহৰ চৰাই মনোমতী
বুলাই যাওঁ চেনেহৰ হাত—
বিহু গ'লে বিনাবা কাক?

যাবগৈ মনে মোৰ নেযায় এৰি থৈ
এইখন চেনেহৰ বিহুৰে হাট,
আহাঁ কাষে চাপি তোমাক চাই মই
হিয়া কৰি থাকো শাঁত—
বিহু গ'লে বিনাবা কাক?

ব'হাগতে পাতিছিলোঁ বিয়া অ' আইদেউজনী
জেঠতেই হেকবালা চিন্
জেঠৈবীয়ে বজাইছিল তিতিত লৈ টোকাটি
ধিন্ ধিনিকি ধিন্নাও ধিন্ ।

তামোল-পাণ কটাওঁতে আঙঠিতে পালো চিন
আঙুলিয়ে তোমাৰ ঐ কীণ,
মিছাকৈয়ে গণকে    গণি-পিটি পেলালে
বহাগতে বিয়াৰে দিন?

ব'হাগৰ বিহুতে বিহুৱানখনিতে
দিলা যি "মৰমৰ চিন,
মিছাকৈয়ে মাৰিলা    মিচিকিয়া হাঁহিটি
টেঁটুলৈকে লগালা খণ ।

আগে নাজানিলোঁ    এতিয়াহে জানিলো
জেঠৰ আজি কুৰিটি দিন,
পূৰবে অকণে    পছিমত বুৰিলে
দি গ'লা বৰাগীৰ বীণ ।

মাৰৰ ঘৰ ক'ত ? নুটুংপুৰত—
বাপেৰৰ ঘৰ ক'ত ? নুটুংপুৰত ;
নুটুংপুৰ ক'ত—কিমান দূৰত ?
যাহী গাঁৱৰ ভাইহঁতৰ আলিমূৰত ॥

ই বাই বোলে ইটো নাই
সি বাই বোলে সিটো নাই
        কাগজপাতৰ চুৰট,
বিলাতলৈ যাওঁগৈ
বিলৰ পাৰে পাৰে
        কলগছৰ ভুৰত।

উন্নাত মাৰিলোঁ টিপা মইনা
গড়পাওঁ পালেগৈ শিপা ?
        নেকান্দিবা বুৰঞ্জীৰ সুৰত,
কৌৰৱপুৰত কৌৰৱ নাই
লক্ষীমপুৰত লখিমী নাই
        স্বৰ্গদেউ নাইকিয়া ৰংপুৰত !

বাই মাক লাহৰী এ
ঘিলা গ'ল পাহৰি এ
        গধূলি হ'ল পদূলি মূৰত,
জোনবাইৰ লগৰে একেটি তৰা
আয়ে বিয়া দিছিল ধুনীয়া দৰা
        ভাদৈমতী অ' ভইহঁতৰ গাঁওখন বহু দূৰ

॥ ৩৩ ॥

চবাই মনেমতী অ' মনকে মুহিলি
নিতৌ পৰি থাকে মনত,
কি সুৰ শুনালি কি জুই লগালি
মোৰেনো মনৰে বনত—
নিতৌ পৰি থাকে মনত।

আশাযে আছিল নীল আকাশৰ
উৰিব তোৰেনো লগত,
পিন্ধিবলে গাঁথি প্ৰণয় সুৰুযৰ
সুৰাৰে মালচি গলত—
নিতৌ পৰি থাকে মনত।

লুকালি গৈ তোৰ বনগীত ফাকি গায়
কোনোবা দিক্‌চৌ বনত,
পায়ে হেৰুৱালো মোৰে জনমৰ
লগ্নৰ কিবা কুক্ষণত—
নিতৌ পৰি থাকে মনত।

খোপাত গুঁজি লওঁ সৰা পাখি এটি
তোৰে বিৰিখৰ তলত,
সিওযে হেৰাল সুলকি ক'ৰবাত
মোৰে কৰমৰ ফলত—
নিতৌ পৰি থাকে মনত।

॥ ৩৪ ॥

ধনপুৰ অ'—মনপুৰ—
ৰংপুৰ জিলালৈ ব'ল,
ৰংদৈ ৰভিলীক আকৌ দেখা পাবি
লুকাই থকা আমি বহুযুগ হ'ল—
ধনপুৰ অ'—মনপুৰ—ৰংপুৰ জিলালৈ ব'ল।

আমি এৰি অহা অ' মইনা চল্‌চলি হুচকু
পুৰণি ভেঁটিটো অ' মইনা চল্‌চলি হুচকু
চল্‌চলি হুচকু মৰমে এবুকু
আমাল'কে জিলিকি ৰ'ল—
ধনপুৰ অ'—মনপুৰ—ৰংপুৰ জিলালৈ ব'ল।

ঘিউ ঘিউ গোন্ধালে অ' মইনা উজনি ঐ নামনি
মউ মউ গোন্ধালে অ' মইনা উজনি ঐ নামনি
উজনি ঐ নামনি চেনেহী মোৰ চিকুণী
হিয়া আকৌ এখনি হ'ল—
ধনপুৰ অ'—মনপুৰ—ৰংপুৰ জিলালৈ ব'ল।

পাম আকৌ হিয়াবে অ' মইনা গুৱাহাটী গড়গাঁও
জিখোৰ পাবে পাবে অ' মইনা গুৱাহাটী গড়গাঁও
গুৱাহাটী গড়গাঁও—ফুলেশ্বৰী বাজমাও
হেৰুৱা মোৰ মাণিক জলমল্—
ধনপুৰ অ' মনপুৰ—ৰংপুৰ জিলালৈ ব'ল।

॥ ৩৫ ॥

অ' আমাব বিহুতলীখন
নাহববে শাবী শাবী
ভগববে শাবী শাবী
মুহু মুহু গোন্ধে গাঁঠিলন।

নামবেনো অমিয়া
গীতবে ঐ অমিয়া
সুববে অমিয়াকণ;
ঢালি দিয়ে প্রাণে প্রাণে
ছেৱে ছেৱে তালে-মানে
উলাহতে নাচি উঠে মন।

মনে আজি দিবলৈ
বিহুবে ওলগে ঐ
যাচিছোঁ হিয়াবে শবাইখন;
আমি দেশব বণুৱা
আমি দেশব বণুৱা
বিচাবোঁ ঐ আশীবে একণ—
আমিও সেই বীববে
জীয়াবী ঐ বোৱাবী
যুঁজলৈ জীৱনে কৰা পণ।

॥ ৩৬ ॥

মোক কোনে পঠাইছিলে অ' দোক-মোকালিতে
টি টি টি টি টি টি কৈ
সেয়ে হ'ল জীৱনৰ বনগীত কাকি মোৰ
চকুলো দুগালে বৈ।

ভুৰবিত হেৰাল সৰি তাৰ সুৰতা
জীৱনৰ কাকলিৰ ঐ
দোক-মোকালিতেই সন্ধিয়া মোৰ নামিলে
কালৰে পছোৱা বৈ।

কমিবা যায়ে মোৰ টি টি টি টি টি টি কৈ
আমনি লগোৱা মই
হিয়াখন দহিছে এইখন ফুলনি
যাবলৈ এৰিয়ে থৈ।

।। ৩৭ ।।

অ' আইতা আজিও আছে মোৰ
অ' আইতা এখনি বিছুৱান
অ' আইতা তুমি দিয়া তাহানিখন,
হিয়া ভৰি দিয়া অ' আইতা
এষাৰি আশীৰ্বাদ অ' আইতা
জিকি অহা শৰাইঘাটৰ ৰণ আইতা
বুকুৰ আইতা তুমি দিয়া তাহানিখন।

এইখন দেশৰে অ' আইতা—আইতা ঐ
ঘিউ-মৌৰ গোন্ধতে অ' আইতা—আইতা ঐ
কৰে পৃথিৱীয়ে ৰণ,
এটুপি শৰীৰৰ অ' আইতা
তেজ থাকে মানে অ' আইতা
মচি দিম চকুলোকণ আইতা
মচি দিম চকুলো কণ—
জিকি অহা শৰাইঘাটৰ ৰণ আইতা
বুকুৰ আইতা তুমি দিয়া তাহানিখন।

অসমা সুষমা অ' আইতা—আইতা ঐ
তুমি নিৰুপমা অ' আইতা—আইতা ঐ
নেলাগে মাৰিব মন,
আমিয়ে ৰাখিমে অ' আইতা
মান অসমৰে অ' আইতা
জীৱনে কৰিছোঁ পণ—আইতা
জীৱনে কৰিছোঁ পণ—
জিকি অহা শৰাইঘাটৰ ৰণ আইতা
বুকুৰ আইতা তুমি দিয়া তাহানিখন

|| ৩৮ ||

এইবেলি বিহুতলী ৰমকে ঐ ৰমকে ঐ জমকে
হ'ব মোৰ হিয়াখনি ৰমকে ঐ ৰমকে ঐ জমকে
কেতেকীৰ গোন্ধে দিম ঢালি,
আহিবা ঐ গচকি ৰমকে ঐ ৰমকে ঐ জমকে
যাবা মোৰ ঐ গচকি ৰমকে ঐ ৰমকে ঐ জমকে
হিযাৰে মোৰ ঢুবৰি ফালি ৰমক্ জমক
চকুতে লগাই চমক্
হিয়াৰে মোৰ ঢুবৰি ফালি।

হিয়াই দিব এখনি অ' চেনাই মইনা ঐ
ফুলামেকৈ গামোচা অ' চেনাই মইনা ঐ
হিয়াৰে আঁহে ফালি বোৱা
মৰমেনো বোৱাৰ অ' চেনাই মইনা ঐ
চকুৱেো ঐ ঢুচকুৰ অ' চেনাই মইনা ঐ
হিয়াতেনো সাবটি লোৱা অ' চেনাই মইনা ঐ-
হিযাতেনো সাবটি লোৱা।

স-সৰগৰে
নাচ্-নাচনী নমাৰ
বি-বিৰিখে পেঁপাটি বায়,
বু-বুঢা লুইতখনে
কি-কিৰীলি মাৰিব
বিহুটিযে যায় ঐ যায়—
বিহুটিযে বিহুটিযে যায় ঐ যায়।

অ' মই গ'লে থাকিব জীয়া হৈ জিলিকি
পথাৰৰ আঁহত জুপি,
এতিয়া মলা দুগালে বাগৰি
সৰিব চকুলো টুপি—
আজি বিহু বিহু অ' মইনা বিহুৰে বিৰিণা পাত
কালি বিহু বিহু অ' মইনা বিহুৰে বিৰিণা পাত
বিহু থাকে মানে অ' মইনা বিহুৰে বিৰিণা পাত
হেই বিহুকে বিনাবা অ' মইনা
বিহুৰে বিৰিণা পাত মইনা
বিহু গ'লে বিনাবা কাক ?

অ' মোৰ ৰভনীয়ে পাতিব সকামটো
হাতৰে কাণৰে বেচি,
মাকৰ ধৰতে তাঁতৰে শালতে
কটাব চকুলো মচি—
আজি বিহু ... .. .... ?

অ' মোৰে মৰিশালিত শিয়ালে মাতিব
মোৰনো হ'ব কি ক্ষতি,
মাটিৰ তলৰে মৰা জকাটিয়ে
গঞ্জাকে কৰিব স্তুতি—
আজি বিহু.... . ........ ?

অ' ক্ষমিবা দায়ে মোৰ গালো যি একাকি
দিয়া চৰণৰে ধূলি,
চকটো পেলাবা শান্তি ছটিয়াই
গকটো সোমাইছিল বুলি—
আজি বিহু........... . .... ?

অ' মাছক বুলিছিলোঁ ৰৰঘৰৰ মেকুৰী
জিঁ জি মই সকতে ৰৰঘৰৰ মেকুৰী
ভাঁতক বুলিছিলো মাম,
কোনোবা ডকাইতে ৰৰঘৰৰ মেকুৰী
ছাধুজী হবলৈ ৰৰঘৰৰ মেকুৰী
ৰামক বুলিছিলে মৰা আম ৰৰবৌ—
ৰৰঘৰৰ মেকুৰী যায় সক ঘৰলৈ
ভালো নেখায় পানীও নেখায়
কুট্ কুট্ ভাকুট্ কুট্ ।

অ' পাহৰিব নোৱাৰোঁ তোমাক মোৰ আতৈ ঐ
তোমাৰেই গুণ গাই যাম,
তুমিযে পঠোৱা বিজুলীৰে ডাকত
এজনী কুৰিৰ একুৰি দাম ৰৰবৌ
ৰৰঘৰৰ মেকুৰী............ ....

অ' তুমি হেনো তামুলী হ'লেও মই মামুলী
পানীপোচাত ৰৰশি বাম,
চেংটো নেপালেও বেংটোকে পালেও
তুয়ো ভগাই-বটাই খাম ৰৰবৌ
ৰৰঘৰৰ মেকুৰী... ..........

অ' তুৰ মাৰি এদিন পৃথিৱী যাব তল
যাবকাতে আমি ৰক্ষা পাম,
পানীবাম জ্বালে পাব সোঁ-শৰীৰে
পানীখাটীত বৈকুণ্ঠধাম ৰৰবৌ—
ৰৰঘৰৰ মেকুৰী... ... ... ....

মোক পাহৰিলেও
পাহৰিব নোৱাৰোঁ যে মই,
ৰংপুৰৰ মালতীৰ মুখৰে ঐ লালটি
আহিছিলোঁ মৌ বুলি লৈ—
ৰৈ ৰৈ মতী—মইনামতী। পাহৰিব নোৱাৰোঁ যে মই।
অ' এইটো কোন? নেপাতিবা ওফোন
তাহানি মান ভগনীযাৰ মোৰে কেঁচাসোণ—
বোলো নহয় জানো মোৰ কেঁচাসোণ?
গাৰ মঙহ গোন্ধাইছে অঙহী মোৰ বঙহী—
তাহানিৰে সাক্ষী কৈ আজিও মোৰ আছে বৈ
সুৰ-সাগৰৰ মুকুতাৰ সোখন দিখৌ লৈ—
ৰৈ ৰৈ মতী—মইনামতী। পাহৰিব নোৱাৰোঁ যে মই!
অ' সোণ, নথবা ঐ লুকুৱাই নথবা এ ঢাকি
ৰংপুৰৰ বুৰঞ্জীৰ মোৰ বনগীত ফাকি,
তোমাৰ নাম ফুলকোঁৱৰ ফুল মইনা
প্ৰাণৰে মোৰ প্ৰেৰণা, জাতিৰে ঐ চেতনা,
সৌ বহু যুগ লুকাই থকা পৰ্বতীয়া জাতি
হেৰোৱা মোৰ বুকুৰ কুটুম অচিনাকি হৈ
ৰৈ ৰৈ মতী—মইনামতী! পাহৰিব নোৱাৰোঁ যে মই!
নিমাতী! কেইদিন মোক থাকিবা নেমাতি?
তাতোকৈ চেনেহৰ বহাগৰ যে বিহুটি,
এইখন পৃথিৱী উজনি মোৰ নামনি
হ'লেও পুৰণি চেনেহী চিকুণী
দিয়া মোক চৰণৰে ধূলি-কণা এটি ঐ
যাবৰে পৰতে তাকে যাওঁ শিৰতে লৈ—
ৰৈ ৰৈ মতী—মইনামতী! পাহৰিব নোৱাৰোঁ যে মই।

|| ৪১ ||

কিয় বৃথা আত্মহত্যাপাই
আকৌ কাষলৈ মাতিলে,
পুৰণি মলাই ন সাজ পিন্ধি
আকৌ মিচিকি হাঁহিলে—
আকৌ কাষলৈ মাতিলে ?

গাৰ মৰা হাতত কপৌফুল ফুলালে
গোন্ধে প্ৰাণ উতলা কৰিলে
শুকান পাতত সেউজী ঢালিলে
যুঁজি যুঁজি মৰণে হাৰিলে -
আকৌ কাষলৈ মাতিলে ।

তাকে দেখি মানুহে আঁহতৰ তলতে
বহাগৰ বিহুটি পাতিলে,
পায় মৰম মিঠা অমৰণ গুটি
মৰম হিয়াভৰা যাচিলে—
আকৌ কাষলৈ মাতিলে ।

অ' মোৰে কপৌফুল আকৌ বগীতৰাই
খোপাতে জিলিকাই পিন্ধিলে,
মৰণে যদিও মৰহা বুলিলে
মনে আৰু এবাৰ নাচিলে—
আকৌ কাষলৈ মাতিলে ।

অ' মনি আকৌ ওলালে বিহু দিহু বুলি
চোলে বাই ধনীৰাম কাই,
পানীৰামো ওলালে সুৰে সুৰলি
ম'হৰ শিঙৰ পেঁপাটি বায়—
বোলো অ' আজি ৰঙালী
বিহুৰে ঐ ধেমালি—পৃথিৱীয়ে চাপৰি বায়।

অ' ৰভাতে দিলেহি আঁহতৰ তলতে
সাৰি উলাহতে ঠাই,
নাচি নাচি ওলালে ৰংদৈ-ৰঙিলী
বগীতৰা মাণিকী বাই
বোলো অ' আজি ৰঙালী· ····

অ' কেতেকীয়ে পিন্ধালে হিয়াৰে এপাহি
নাহৰে চুমাটি খায়,
গাঁৱৰ ছাট ককায়ে মুখলৈ এবেলি
হেঁপাহে পলুৱাই চায়—
বোলো অ' আজি ৰঙালী······

অ' অতিকৈ চেনেহৰ বহাগৰ বিহুটি
লুইতখনে বিভিয়াই যায়,
সেউজীয়াই ৰজালে বুকুৰে বীণতে
মৰিশালি আক নাই—
বোলো অ' আজি ৰঙালী······· !!

মাৰ এইখনো চেনেহী অ' আইতা
ৰিণি ৰিণি দূৰণিৰ অ' আইতা
সৌখনো চেনেহী গাঁও,--
এইখনো চেনেহী গাঁও,
যাবৰে পৰ্বতে অ' আইতা
পাৰতে চুমাটি খাওঁ আইতা
তোমাৰ কোলাতে অ' আইতা
মৰিও জনমে পাওঁ।

অ' যেনিয়ে চাওঁ মই তেনিয়ে দেখা পাওঁ
একে হাঁহি-উৰুমিৰ গাঁও,
বনগীত সুৰীয়া একেখন মুখৰে
একেটুপি মৌ-জোল পাওঁ।

অ' পাওঁ ঘৰে ঘৰে মোৰে জনম দিয়া
একেজনী গোসাঁনী মাও;
একেখন মৰমী হিয়াৰে আঁচলৰ
একেছাটি শীতল বাও।

॥ ৪৫ ॥

বতাহৰ শৰাইতে অ' দিছোঁ ৰবজনলৈ
বিহু ওলগনি সেৱা,
দিছোঁ মান নাচনীৰ চেলেং-ছকঠীয়া
বুকুৰে বঁটাটিত গুৱা ।

কেতেকীৰে দিছোঁ গোন্ধেনো উতলা
মনৰে মাজৰে পৰা,
মুখে মুখে দিছো মুখৰ মাতে মিঠা
হিয়া মৰমেৰে ভৰা অ' দিছোঁ—
বুকুৰে বঁটাটিত গুৱা ।

বুঢ়া লুইতেও নাচিছে এবেলি
বিহু বুলি মতলীয়া
বীণে লৈ বৰাগী যাচিছে একাকি
হিয়া নিয়া হিয়া দিয়া অ' দিছোঁ—
বুকুৰে বঁটাটিত গুৱা ।

॥ ৪৬ ॥

বিহুৰে বিৰিণাৰ পাতে ঐ মালতী
বিহুৰে বিৰিণাৰ পাত,
চিটিকাৰ লাগিব অগ্নি মেখেলাৰ
ফিৰিঙতি আকাশৰ গাত।

বিশ্বৰ মেলিব লাগিব প্ৰান্তে প্ৰান্তে
নাচোনত বসুমতী ফাঁট,
তুলিব লাগিব সুৰৰে জাউৰি
বিহুৰে ঐ দেওধনী গাত।

চালিব লাগিব সেউজী ঐ মালতী
শুকান বিৰিখৰে গাত,
আকাশে-বতাহে তুলিব লাগিব
ঢোল-তাল-পেঁপাৰ মাত।

ৰাখিব লাগিব মান অসমীয়াৰ
ৰাখিব যে লাগিব জাত
দিগ্বিজয়ী আমাৰ বহাগৰে বিহুটি
গৌৰৱ বুৰঞ্জীৰ পাত।

॥ ৪৭ ॥

বিহুৰে বিৰিণা পাত সমনীয়া
বিহুৰে বিৰিণা পাত,
কপৌ কেতেকীয়ে গোন্ধকে বিলাইছে
বিহুটি লাগিছে গাত সমনীয়া
বিহুৰে বিৰিণা পাত।

বা ৰিব্ ৰিব্ ৰিব্ মলয়াৰে ছাটি
হিয়া কৰি যোৱা শাঁত,
পথাৰৰ মাজতে নাচনী নাচিছে
পেঁপাৰে উতলা মাত সমনীয়া—
বিহুৰে বিৰিণা পাত।

আজিও আছে ঐ আয়ে বৈয়ে দিয়া
যিখনি বিহুৱান গাত,
আছে বিহুমাৰি ৰণ জিকি অহা
জিলিকি শৰাইঘাট সমনীযা—
বিহুৰে বিৰিণা পাত।

আমি অসমীয়া বিহু খেমেলীয়া
বিহুধ্বনি লগা গাত,
আমাৰে শিৰতে আছে পৃথিৱীৰ
আশীষে বৰষা হাত সমনীয়া
বিহুৰে বিৰিণা পাত।

॥ ৪৮ ॥

অ' আইতা তাহানিখনৰে
অ' আইতা এইখন বিহুতলী
কিনো যে আহুদি কৰা,
সাতো সৰগৰে অ' আইতা
নাচি নামি আহা অ' আইতা
নাচনী অপেছৰা আইতা আজিও
পৃথিৱীৰে মনেহৰা।

ধনপৰে বিভিযাই অ' মইনা কেঁচাসোণ
মনপৰে বিভিয়াই অ' মইনা কেঁচাসোণ
ৰংপুৰ জিলাৰে পৰা;
এইখন বিহুতলী চৰাই মনোমতী
অতি মনোলোভা চৰাই মনোমতী
পৃথিৱীয়ে ৰণে ঐ কৰা।

ঢোলে ভালে কৰি ধিনিকি ঐ ধিন্দাওদাও
বাবা ঐ ঢুলীয়া ধিনিকি ঐ ধিন্দাওদাও
আমাকে ঐ নাচনি চৰা,
এইবুলি নটাগৰ শান্তিৰে সুশীতল
বোৱাব ঐ বিহুটিৰ শাৰি দে সনাতন
প্ৰেম-মন্দাকিনী ধাৰা।

কপৌফুল ফুলিলে অ' দেউতা টকা এটা লাগিব
আমাৰ মন মিলিলে অ' দেউতা টকা এটা লাগিব
চাই থাকা নিজগৰ পৰা,
শান্তিৰে থাপনা অ' দেউতা কড়ি এটাও নেলাগে
থাপিব লাগিলে অ' দেউতা কড়ি এটাও নেলাগে
আশীৰ্বাদ এষাৰি কৰা।

আমি অসমীয়া তাহানিখনৰে ঐ
বিহু ধেমেলীয়া তাহানিখনৰে ঐ
নামি আহা সৰগৰ পৰা,
আমিয়ে ৰাখিমে যুগ-যুগমীয়া
মানে আই ভাৰতীৰ যুগ-যুগমীয়া
হিয়া দি হিয়া জয় কৰা।

॥ ৪৯ ॥

সন্নাকো জনাইছোঁ মোৰ
হিয়া-শৰাইখনিত
বং-ৰঙালী বিহুৰে ওলগ,
এইবাৰ কোনোবাই
বিহু মাৰিবলৈ
ধৰিছে ক'ৰবালে লগ!

বিহু মাৰি মাৰি
ইপাৰে হ'ল গধূলি
উৰি গ'ল সিপাৰৰ বগ,
বোৱাৰী হৈয়ে ৰ'ল
ৰবৰৈচিলাজনী
মই হ'লোঁ নিসঙ্গ নিলগ।

এইখন বিহুতলীৰ
সকলো আপোন মোৰ
পাহৰিব নোৱাৰোঁ মোহলগা
এইখন লুইতৰ
পাৰতে মৰোঁ মই
এইখনেই ধুনীয়া সৰগ।

॥ ৫০ ॥

অ' বোলো আকৌ বুঢ়া লুইতৰ
ৰঙত নাচি উঠিল গা,
ছাটিয়ে ছাটিয়ে বহাগী আঁচলৰ
ৰিব্‌ ৰিব্‌ ৰিব্‌ ৰিব্‌ বলিছে মলয়া বা
ফুল ফুল গোন্ধালে গা ঐ লগৰী
ফুল ফুল গোন্ধালে গা ।

আকৌ সেউজীয়াই খোপাতে পিন্ধালে
কপৌ-কেতেকীৰ গোন্ধে বিয়পালে
বিহু বিহু বুলি বিহুৱতী চৰায়ে
সুৰৰে সুৰদি আছদি ঢালিলে
ৰাইজাই লগালে গা—
ফুল ফুল গোন্ধালে.. ... ... ....

আজি আকৌ নাচিব বাংঢালী ৰঙিলী
জিলিকি পৰিব ৰজাৰে হাউলী
প্ৰজায়ে মাৰিব ৰঙতে কিৰীলি
সুৰৰে জাউৰি তুলি ঐ ৰবাগী
ৰীণখনি বাই তোৰ যা—
ফুল ফুল গোন্ধালে................

হাঁহিয়ে থাকিব আমাৰে মৰমী
শস্য সুফলা শ্ৰীময়ী অসমী
ৰঙালী বিহুৰ জনাইছোঁ ওলগ
মৰততে আমি পাতিম সৰগ
চিন্তি ৰাইজৰ পা—
ফুল ফুল গোন্ধালে.. ...... ....

॥ ৫১ ॥

বোলো বিহুৱতী চৰায়ে মাতিলে ঐ মাতিলে
টি-টি-টি টি-টি টি বহাগৰে বিহুটি
সেউজীয়াই বজালে বুকুৰে ঐ বীণ,
কঁকাদেউতাই বজালে মৰমৰে ঢোলটি
ধিনিকি ধিন্দাও ধিনিকি ধিন্দাও
ধিন ধিনিকি ধিন্দাও ধিন।

হুৰবিয়ে যাচিছে হিয়াৰে ঐ দলিচা
এয়া আমাৰ মৰমৰ জনমৰ চিন,
বিৰিখে ঐ বিৰিখে ফুলে পাতে নাচিছে
আজি অ' আমাৰ ৰঙালী বিহুৰে দিন ॥
নাপাবা ঐ এনুৱা দিনে সমনীয়া
নাপাবা ঐ এনুৱা দিন
লৈ যোৱা আঁকোৱালি চেনেহৰ চকুপানী
থৈ যোৱা জীৱনৰ ৰঙালী বিহুৰে চিন।

আয়ে দিয়া সিঁথনি চেনেহৰ বিহুৱান
শিৰে শিৰে হক আমাৰ ভকতিৰ চিন,
গোটেই পৃথিৱীখন হক আমাৰ বিহুতলী
নাভাবিবা কাহানিও কেৱে কাকো ভিন।

# দেশপ্ৰেমমূলক

॥ ১ ॥

আজি হ'বই লাগিব বিশ্বৰ শত্ৰু ধ্বংসি আগুৱান,
আহা আগবাঢ়ি অ' ভাৰতৰে হিন্দু-মুছলমান।

যাবই লাগিব চেৰাই দুৰ্জয় পৰ্বত-গুহা-গিৰি
দিবই লাগিব ঘোৰ অমানিশা জীৱন-তৰণী এৰি
মৰিলেও মৰিম এবাৰ আমি বীৰৰ সন্তান।

সেই ফাঁচীৰে কাঠতে দুলি
একতা মন্ত্ৰে স্বাধীনতা সুৰ তুলি
গাই গ'ল যি সঙ্গী আমাৰ জীৱনৰে জয়গান
নিদিওঁ তাৰ হ'বলৈ ব্যৰ্থ আত্ম-বলিদান।

অ' ন-জোৱান ন-জোৱান
অ' ভাৰতৰে ন-জোৱান
উঠক জ্বলি একেই আমাৰ বুকুৰ অগ্নিবাণ—
আহা আগবাঢ়ি অ' ভাৰতৰে হিন্দু-মুছলমান।

আজি নহয় পিন্ধা উৰা হাঁহি ৰূপৰ অৱদান,
সমুখত সৌ নিন্দা গ্লানি লজ্জা অপমান।

একতা সুৰতে বাজিব লাগিব কণ্ঠ-সুৱদি তান,
গাবই লাগিব নৱ-যুগৰ জীৱনৰ জয়গান।

মানৱ তুমি মুক্ত তোমাৰ প্ৰাণ আছে তোমাৰ স্বা
শোৱা হাতিয়াৰ একতা-মন্ত্ৰৰ হোৱা সবে আগুৱান

আজি মৰে ভাই-ভনী আকালত কত হিন্দু-মুছলমা
দিবই লাগিব এখনি কাপোৰ অন্নদান।

আজি বিজয়ৰ অভিযান।
হোৱা সবে আগুৱান
জয় নিশ্চয় হ'বই আমাৰ সহায় ভগবান।

॥ ৩ ॥

আজিৰ গান আজিৰ গান
আজিৰ গান
গাম বিশ্ব-বীণাৰ তাঁৰে তাঁৰে
একেলগে একে সুৰে
উঠক বাজি ঐকতান—
বিজয়ৰ অভিযান।

খোজত খোজে আগবাঢ়িম
আমাৰ মুক্তি আমি আনিম।
নেৰিম আমি দেশৰ শ্ৰদ্ধা
দিম স্বাৰ্থ বলিদান।

॥ ৪ ॥

ব'ল ব'ল ব'ল ব'ল আগুৱাই
অ' তৰুণ শক্তি দল
তৰুণ শক্তি দল।

সূৰ্যতকৈও প্ৰখৰ তুমি বজ্ৰতকৈও ভীষণ ভূমি
য[illegible] শত্ৰু [illegible]
তোমাৰ শক্তিৰ তল।

আজি ই [illegible]হা-বিপ্লৱতা কত কষ্ট ক্ষুধা অস্থিৰতা
যোগাব লাগিব এখনি কাপোৰ এমুঠি [illegible]—
জননী জন্মভূমিৰ ভৱিষ্যতৰ আশা উন্নতিৰ ফল
অ' তৰুণ শক্তি দল—
তৰুণ শক্তি দল।

॥ ৫ ॥

অ' মণিৰামৰ দল অ' কুশলৰে দল
আহা লৈ হিয়াৰ অসীম শক্তি দেশ ভক্তিৰ বল।
এয়ে সেই কংসৰ বংশ
কৰিবই লাগিব ধ্বংস।

নহ'লে নৰৰ মাতৃৰ সন্মান গৌৰৱ দীপ্তি উজ্জ্বল।
ফাঁচীৰ কাঠতে আছে মণিৰামৰ—
আছে আজিও কুশলৰ—
বৈ তপত বঙা শোণিতৰ ধাৰ
জ্বলাই বুকুত বজ্ৰানল—
দিবই লাগিব দলে দলে আজি [illegible] প্ৰ[illegible]

॥ ৬ ॥

অ' অসমৰে বোৱনী কাটনী শিপিনী গাভৰুৰ দল
অ' বিদুষী গাভৰুৰ দল
হাতত হেংদান লৈ আৰু এবাৰ
ৰণলৈ ওলাবৰ হ'ল ।

সতী জয়মতী মূলা গাভৰু ৰাধিকা-শান্তি বেউলা আৰু
চুমলী জীয়ৰী চেনেহী সাদৰী কনকক জগাবৰ হ'ল—
হ'ল আকৌ এবাৰ কৰিব তেজেৰে ৰঙাকৈ ধৰণীৰ তল ।

খোজত উঠক বিশ্ব কঁপনি, চকুত তীক্ষ্ণ দৃষ্টি অগনি
বুকুৰ অদম্য শোণিতৰ ধাৰ বোৱাই কল্‌-কল্‌
আকৌ এবাৰ যুঁজি দেখুৱাব বিশ্ব-বিজয়িনীৰ বল ।

॥ ৭ ॥

আজি আহিছে ভাৰতী আই সৰস্বতী
আমাৰ মাজলৈ অই
আনিছে গৌৰৱ জয় ভাৰতৰে
স্বাধীনতাৰ বাণী ল'ই ।

মোৰ আই বিশ্ব-বিপ্লৱ নাশিনী
মধু-হাসিনী মধু-ভাষিণী
ভাঙি আহিছে বিভেদ শত ষড়যন্ত্ৰ
দিবলৈ জয়ৰ একতা মন্ত্ৰ
লোৱা সবে গোৱা জয় ভাৰতৰে জয়—
জয় ভাৰতৰে জয় ।

॥ ৮ ॥

গাম ছন্দে ছন্দে অগ্নি-বীণাৰ বজ্ৰ ৰাগিণী মোৰ,
ধৰাৰ যত লক্ষ প্ৰাণীৰ সুৰত মিলাম সুৰ।

চিন্তা হ'ব মহাসাগৰৰ গভীৰ অতলৰ তল
অমানিশাৰ পথৰ সঙ্গী মনৰ অসীম বল
নোৱাৰে বাধিব শত বিপদেও বিদ্যুৎ গতি ই মোৰ।

মুক্ত আকাশ, মুক্ত বায়ু, মুক্ত পখীৰ গান
নহয় কোনো কাৰো অধীন বিশ্ব বিভুৰ দান
লক্ষ্য যে দীপ জ্বালি জীৱনৰ কৰিম এন্ধাৰ দূৰ।

॥ ৯ ॥

আই, দিয়া মোক তোমাৰ এবাৰি হিয়াৰ
চেনেহ-আশীষ দান,
নহয় জীয়াই থাকিবলৈ
বিশ্ব মহাপ্ৰলয় নাশি কীৰ্তি ৰাখিবলৈ
দিয়া শক্তি মুক্তি পথৰ হ'ব আগুৱান
আজি বিজয়ৰ অভিযান।

দিয়া লওঁ নতশিৰে এবাৰ আশীষ, এখনি বিজুৱান
আজি কিহৰ শঙ্কা —
বাজে ঢোল পেঁপা-তাল বিশ্ব-ব্যাপী বাজক বিজয় ডঙ্কা—
শঙ্খ, সুৰে সুৰে মিলি কণ্ঠধ্বনি
গাওঁ শক্তিমন্ত্ৰ গান উঠক বাজি ঐকতান,
আজি বিজয়ৰ অভিযান।

॥ ১০ ॥

আমি অসমৰ বতল [illegible]
ডেকা গাভৰুৰ দল
বুকুত আছে বীৰৰ শোণিত
শত সিংহৰ বল।

পৃথিৱীৰ ক'তো নাই যে আমাৰ ই
চেনেহ-বান্ধোন হিয়াৰ প্ৰীতি
আমাৰ ভাষা আমাৰ দেশ
নেৰিম আমি আমাৰ বেশ
বীৰ-প্ৰসৱিনী জননী আমাৰ
খোজত কঁপে ধৰণী-তল।

পুৰণি ভেটি নকৈ গঢ়িম
সেতেৰা নীতি খচকি মুচিম
শক্তি কাৰ ৰোধিব আমাৰ ই বিদ্যুৎ গতি প্ৰবল—
আমিয়ে ৰাখিম গৌৰৱ বিশ্বৰ
কীৰ্তি চিৰউজ্জ্বল।

॥ ১১ ॥

আজি গাবই লাগিব মিলিত কণ্ঠে
সেই স্বাধীনতাৰ গান,
সেই পোহৰ আগষ্ট সাতচল্লিচৰ
ঐক্য-প্ৰীতিৰ হিন্দু-মুছলমান
আজি গাবই ·· ······ ··

ইতিহাস তাৰ মানৱ-সভ্যতাৰ
বহু শ্বহীদৰ আত্ম-বলিদান,
সেই অহিংসা মন্ত্ৰ আদৰ্শ হ'ল
বিশ্ব-শান্তিৰ বিজয়ৰ অভিযান—
আজি গাবই······· ····

আজি মৈত্ৰীৰ নামত বহু ষড়যন্ত্ৰ
সাৱধান সৱে সাৱধান,
নাই ভয় নাই মন্ত্ৰ হ'ব একতাৰ আমাৰ
'এক জাতি— এক প্ৰাণ'—
আজি গাবই······· · ····

আজি পোহৰ আগষ্ট আঠষষ্টিৰ
গাবই লাগিব সেই স্বাধীনতাৰ গান;
বাজিব লাগিব গগন-পবন, বিশ্বব্যাপী
সেই প্ৰভাতৰ বিপুল ঐকতান
আজি গাবই··· ··········

॥ ১২ ॥

বন্দে-মাতৰম্ বন্দে মাতৰম্
অনাদি অনন্ত চিৎ-বসন্ত সৃষ্টিৰ প্ৰথম,
বিঘ্ন বিনাশিনী মুক্তি প্ৰদায়িনী
শস্য-সুফলা ত্ৰৈলোক্য তাৰিণী
স্বৰ্ণভূমি অ' মোৰ জন্মভূমি অ' মোৰ
বিশ্ব-যাত্ৰীৰ তীৰ্থ অসম ।

কৈছে সৌ অতীতৰ ইতিহাসে বিভিয়াই
তোমাৰ মৰমী এই বিশাল হিয়াত আই
বিশ্বৰ সবাৰো আশ্ৰয় শান্তিৰ জিৰণি ঠাই
সেয়ে আজি হিয়া আমাৰ আঁকোৱালি ভাই ভাই
মুখে মুখে দিয়া দি এমুঠি অন্ন হিয়াৰ মৰম
স্বৰ্ণভূমি অ' মোৰ জন্মভূমি অ' মোৰ
বিশ্ব-যাত্ৰীৰ তীৰ্থ অসম ।

বিশ্ব-বিমোহিনী অ' মোৰ মৰমী অসমী আই
তোমাৰ মান ধৰমী ক'তোযে দেখাকে নাই
আমিযে ভাৰতৰ- ৰাখিম একতাৰ মন্ত্ৰ-অহিংসাৰ
গৌৰৱ-কীৰ্তি, জয়-যশ-গীতি চিৰ-যুগমীয়াৰ
মৰি মৰি বিচাৰোঁ তোমাৰ কোলাতেই পুনৰ জনম
স্বৰ্ণভূমি অ' মোৰ জন্মভূমি অ' মোৰ
বিশ্ব-যাত্ৰীৰ তীৰ্থ 'অসম' ।

॥ ১৩ ॥

জয় জয় জয় জয়
জয় জগমোহন হৃদয়-নন্দন
জয় মহাভাৰতৰ জয়,
সৃষ্টিৰ আদিতেই দৃষ্টি বিধাতাৰ
ৰমা-ৰাম্যভূমি শান্তিৰ আলয়
জয় জগমোহন হৃদয়-নন্দন জয় মহাভাৰতৰ জয়।

এইখনেই মোৰ জগজ্জননী জন্মভূমি
স্বৰ্গাদপি গৰিয়সী নমোনমঃ প্ৰণমামি
ধনে ধানে সসাগৰা নদ-নদী মনোহৰা
দেৱতাই নোপোৱা জনম পাবলৈ আত্মহাৰা
বহু তপস্যা বহু ধ্যান তন্ময়—
জয় জগমোহন হৃদয়-নন্দন জয় মহাভাৰতৰ জয়।

আছে মহা মহা পৰাক্ৰমী মহাবীৰৰ
ৰক্ত সন্তানৰ অঙ্গে অঙ্গে প্ৰতি শিৰৰ
সেই মহাভাৰতৰ পঞ্চপাণ্ডৱৰ পঞ্চলীলা
দেখুৱাব শ্ৰীকৃষ্ণ সেই কুৰুক্ষেত্ৰৰ তাণ্ডৱ-লীলা
সেই শৌৰ্য-বীৰ্য বীৰৰ শক্তি দুৰ্জয়—
জয় জগমোহন হৃদয়-নন্দন জয় মহাভাৰতৰ জয়।

সবাৰো ধৰ্মৰ হ'ব এখেখনি শাস্ত্ৰ
সবাৰো জন্মভূমি একেখনি ৰাষ্ট্ৰ
আছে যিখনি অহিংসাৰ দিগ্বিজয়ী আমাৰ অস্ত্ৰ
হ'লেও ক্ষুধা-কষ্ট হাহাকাৰ অৰ্দ্ধনগ্ন বস্ত্ৰ—
সহায় আছে বিভুমঙ্গলময়
জয় আমাৰেই সুনিশ্চয় জয় ন-জোৱানৰ জয়,
জয় জগমোহন হৃদয়-নন্দন জয় মহাভাৰতৰ জয়।

॥ ১৪ ॥

পৰ্বতৰ টিঙে টিঙে কতনো বগালোঁ মই
ভাঙি বহু ব্যৱধান,
বহুতো যুৰীয়া হাতীকো বলালোঁ।
তোমাক বলোৱা নহয় অভিযান—
লক্ষ্য মোৰ সাৱধান।

কণ্ঠত আছে মোৰ প্ৰেম আলিঙ্গনৰ
বিশ্ব-শান্তিৰ ঐকতান,
মায়েঙৰ মাযাগন্থৰ সংজ্ঞাহীন সঙ্গীতৰ
সুৰে লয়ে জুৰ নকৰিব প্ৰাণ—
তোমাক বলোৱা মোৰ ·

তাহানিৰে বেধা-তাঁতি পৰ্বতীয়া জাতিৰ
শুনিছিলা জানো তুমি গান ?
আছে জানো তোমাৰ সাম্য-মৈত্ৰী হিয়াৰ
তোমাক বলোৱা মোৰ·· · ····

নায়ত এখন যদি বামত এখন ভৰি
অন্তৰৰ বহু ব্যৱধান,
পৰ্বতৰ নামনিৰ পিশাচৰ পিতনিত
পাবা জানো মানুহৰ পাতনিৰ জ্ঞান ?
তোমাক বলোৱা মোৰ নহয় অভিযান—
নহয় একো টান লক্ষ্য মোৰ সাৱধান।

॥ ১৫ ॥

আহা আগবাঢ়ি বীৰ ভাৰতৰ
'বিশ্ব বিজয়ী ন-জোৱান-ন জোৱান'
'কায়েম' ৰাখিব লাগিব এই স্বাধীনতা
জননী জন্মভূমি 'প্যাৰা-হিন্দুস্তান' ।
জান দি হ'লেও প্ৰাণ দি হ'লেও
ৰাখিবই লাগিব দেশৰ সন্মান,
নাশিবই লাগিব হুকুৱা-পকুৱা
আছে মানে যত দেশৰ "দোছমান" ।
আছে শক্তি কাৰ আমাৰ আগত
থাকোঁতে জীয়াই বীৰৰ সন্তান,
ক্ষমা নাই আজি সীমা অপমানৰ
হিয়া ছিৰি ছিৰি কৰিম ৰক্তপান ।
আজিৰ একতাই প্ৰমাণ কৰিছে
আমি একে মাতৃৰ একে সন্তান,
আজি ইয়াতকৈ আৰু নাই আনন্দ
দিয়া দেশৰ হকে আত্ম-বলিদান ।

॥ ১৬ ॥

বীৰ ভাৰতৰ আমি
বীৰৰে সন্তান,
কঁপাই ধৰণীতল
খোজে পতি আগুৱান ।
কৰিম আমিয়ে যত
শত্ৰু জগতৰ ভস্ম
মাৰি বুকুৱে বুকুৱে জ্বলা
বুকুৰ অগনি-বাণ ।
পিছুৱাই অহা আমি নহয় ভকত
পকুৱা মৰাদি মাৰি যাম খচকত
হিয়া ছিৰি তেজ পিম
দেশৰ হকে প্ৰাণ দিম—
গাম, মৰিও জনমে পায় 'বন্দে মাতৰম্—
চেনেহী অ' মোৰ হিন্দুস্তান' ।

॥ ১৭ ॥

অ' মণিৰামৰ—অ' খুদিৰামৰ
অ' কুশলৰ দল,
ৰাখিব লাগিব মানে আই ভাৰতীৰ
ৰণলৈ ওলাবৰ হ'ল—
তেজেৰে ৰাঙলী কৰিলে পিশাচে
শুভ্ৰ বাসনা হিমাদ্ৰিৰ হিমাচল।

দৃষ্টিত তোমাৰ বজ্ৰ অগনি
খোজত কঁপনি অখিল অৱনী
মন-বিজুলীৰ ৰণৰে খোঁবাটি
হিয়াতে শত সিংহৰ বল—
ৰণলৈ ওলাবৰ হ'ল।

আমিও ওলাইছোঁ লগত তোমালোকৰ
দল বীৰাঙ্গনা মূলা-কনকৰ—
জয় নিশ্চয় হবইযে আমাৰ
পাব যুদ্ধ বিচৰাই ধ্বংসৰ প্ৰতিফল—
ৰণলৈ ওলাবৰ হ'ল।

॥ ১৮ ॥

দিলে জোৱানৰ ৰক্তা তেজে হিয়াই হিয়াই আনি
জাগি উঠা আজি এই একতাৰ মন্ত্ৰবাণী,
আঁকোৱালি নাশি যত জাতিভেদ দলাদলি
অবিশ্বাস হিংসা-পাপ ভায়ে ভায়ে হনাহনি
জাগি উঠা· ·

সেইবাবে সিহঁতক শত শত ধন্যবাদ
হ'লেও আমাৰ ন-জোৱানৰ হত্যাকাৰী,
পাব তাৰ অচিৰেই হাতে হাতে প্ৰতিফল
সহায়িকা যাৰ আজি বীৰ প্ৰসৱিনী জননী—
জাগি উঠা····

আহা শান্তি-মুক্তি আৰু সৃষ্টিকামী—
লৈ চকুৱে চকুৱে বোৱা চেনেহৰ চকুপানী,
ৰাখিব লাগিব সৱে বন্তি জ্বলাই হিয়াৰ
মৰিও অমৰ বীৰ জোৱানৰ সোঁৱৰণী
জাগি উঠা·· ···

॥ ১৯ ॥

আমাৰ দেশৰ আজি সন্ধিয়া আঁতৰি গ'ল
পূৰ্বাকাশ তেজেৰে ৰাঙলী হ'ল,
সেই তেজ প্ৰতিভাৰ ন-জোৱানৰ হিয়াৰ
মাতৃ-পূজাৰ বেদীত ৰক্ত-জবা হৈ ৰ'ল—
হ'ল কোটি কোটি ভাৰতৰ অৰুণ তৰুণৰ
প্ৰাণৰ প্ৰেৰণা হ'ল ।

ধন্যবাদ তহঁতক শান্তিকামীৰ হেৰ—
দস্যু-অত্যাচাৰী হত্যাকাৰীৰ দল,
তহঁতেই দিয়া আনি আজি এই দিগ্বিজয়ী
শক্তি ভাৰতবাসীৰ একতাৰ বল—
হ'ল কোটি কোটি... .. ....

ৰাখিম আমিয়ে হেৰ বিশ্বভাৰতীৰ যত
সভ্যতা বুৰঞ্জীৰ চিৰ-গৌৰৱ উজ্জ্বল,
নাশি ধ্বংসকাৰী বিশ্বৰ সাজি সৌধ শ্বহীদৰ
ধূপে দীপে যাচি হিয়াৰ গন্ধ পৰিমল—
হ'ল কোটি কোটি........ ...

॥ ২০ ॥

বিশ্বশান্তিৰ পতাকা তুমি প্ৰতীক কপৌযুৰিৰ
লোৱা যাচিছোঁ মিনতি-স্তুতি-ভক্তি হৃদয়পুৰাৰ
হে মুক্তিমঙ্গলদায়ক দাতা,
তব জ্যোতি বিকাশে জন হৃদি আকাশে
জাগ্ৰত ভাতৃ মৈত্ৰী একতা।
চকুৰে চকুৰে বোৱা চেনেহ-চকুলো ধাৰা
নিখিল বিশ্ব ভাৰত ভাগ্য নিয়ন্তা,
অগণন জনজন সুমধুৰ সুশীতল
পুলকিত প্ৰেম-প্ৰীতি চিন্তা।
তুমিয়েই আনি দিয়া ভাই ভাই ভাবধাৰা
একেজনী প্ৰেমময়ী মাতা,
শান্তিৰ সঁফুৰা তুমি সবাকো বিলোৱা চুমি
এখনি হৃদয় একে বাৰ্তা।

॥ ২১ ॥

অ' বিশ্বভাৰতীৰ—
শান্তিকামী, মুক্তিকামী, অগ্ৰগতিৰ দল,
আজি কৰিবই লাগিব ধ্বংসকাৰীৰ
অন্ধ-শক্তি প্ৰেমৰ অন্তৰ্দ্ধান।
ব'লা উৰুৱাই ব'লা প্ৰতীক কপৌৰ
মুক্তি শান্তিৰ নিচান বিশ্ব পুতৌৰ
সৌ তোমাৰ শিৰৰ উচ্চত আছে
মুক্ত আকাশ সুনীল সুবিমল।
মৰু বতাহত বৈ শান্তি-শীতল নিঃশ্বাস
ধ্বংস হওক হিংসা-দ্বেষ সন্দেহ-অবিশ্বাস
দিয়া হিয়াৰ দুৱাৰ মেলি প্ৰীতি-আঁকোৱালি
বোৱাই ধৰাৰ প্ৰান্তে প্ৰান্তে প্ৰেমৰ শান্তি চল।

॥ ২২ ॥

ক'লা নহয় বগা অ' বোলো বগা—
ক'লা নহয় সভ্যতাৰ বিশ্ব বুৰঞ্জীখন
বগা বগা বগা অ' বগলী পাখি যেন বগা ;
তাতোকৈয়ে বগা সোণত ৰহন সনা
আমাৰ নিৰা নিৰা—হিয়াৰ শুৱগা
বগা বগা বগা অ বগলী পাখি যেন বগা ।

আজি লগালেহি ক'ৰ নৰ-পিশাচহঁতে
কলঙ্ক কালিমাৰ চেকা
সি যে অ' মানবীয় ঘটনা ঘৃণনীয
অতি সকৰুণ শোকে হিয়া ভগা—
বগা বগা বগা·· · ·

এয়ে নেকি সাম্য-মৈত্ৰী চীন-ভাৰত একে আমি
অতীজৰে বন্ধু আমি নলে-গলে লগা ?
দিলে বিশ্ব-পৰিচয় আশ্চৰ্য ৰহস্যময়
ফলা বাঁহ আৰু যে যোৰা নলগা—
বগা বগা বগা ·····

প্ৰমাণ হ'ল সিহঁত আজি দীক্ষা গুৰুৰ হত্যাকাৰী
কৰা মাতৃভূমি তেজেৰে ৰঙা,
লক্ষ্যহীন দৃষ্টিভঙ্গী ধৰ্ম জুইত মৰা পৰি
লক্ষ লক্ষ মহাপৰী চগা—
বগা বগা বগা ··

॥ ২৩ ॥

মোৰে আই ভাৰতীৰ শিৰৰে কিৰীটিৰ
মণি-মাণিক কৰে জলমল,
ৰাখিব যে লাগিব সেইটি ঐ কিৰীটিৰ
কীৰ্তি আমিয়ে চিৰ-উজ্জ্বল—
মণি-মাণিক কৰে জলমল।

মলয়াৰে ছাটি ছাটি বিজুলীৰে ছাটি ছাটি
আঁচলৰে শান্তি শীতল,
সন্তানৰ ঢালি দিয়া হৃদয়ৰ সেউজীয়া
মন্ত্ৰ মঙ্গল নাশি অমঙ্গল—
মণি-মাণিক কৰে জলমল।

পৃথিৱীৰ শুৱনি আমাৰে ঐ দেশখনি
শস্য-সুফলা বহু বহল ;
ইয়ে পাতে মিতিৰালি সিয়ে পাতে মিতিৰালি
কতনো যে চাতুৰি ছল—
মণি-মাণিক কৰে জলমল্।

নোহো আমি পৰাজয় শক্তি অক্ষয় অব্যয়
আগ বাঢ়া অ' ন-জোৱানৰ দল,
হোৱা, মৰিও অমৰ তুমি দেশৰ হকে যুঁজি
কৰা জীৱন জনম সফল—
মণি-মাণিক কৰে জলমল্।

শোকৰে সিননি তুলি ভুই ৰবাসী
নেগাবি গীতফাকি মৰা মানুহৰ
মৰা মৰা মৰা মানুহৰ ;

শত্ৰুৱে হাঁহিব মিত্ৰিবে কান্দিব
কান্দিব অভুতী বণ্ডুহী মণ্ডুহৰ
নেগাবি গীতফাকি মৰা মানুহৰ
মৰা মৰা মৰা মানুহৰ ।

নেলাগে টুকিব দুচকুৰ চকুপানী
চাই মৰিশালি মৰা মানুহৰ
দি গজাব লাগিব সেউজী দুৱৰি তাত
ভূত খেদোৱা জাগটি তুইঁৰ—
নেগাবি গীতফাকি.......

থাকিব লাগিব জাগি কাণসাৰে
লৈ সাহে পিত জীয়া মানুহৰ,
হাৰিলে জিকিলে নাই একো লাজ
জগতে লিখিব বুৰঞ্জী সাহৰ
নেগাবি গীতফাকি· ....

পিতনি পিশাচৰ পাতনি বীৰত্বৰ
পৃথিৱী মানুহৰ সুন্দৰ মনোহৰ :
ধ্বংসকাৰীয়ে পাব ফল ধ্বংসৰ
মানুহেই কৰে পৃথিৱী পোহৰ—
নেগাবি গীতফাকি........

॥ ২৫ ॥

কৰি যদি বঁচা তুমি
গোৱা তুমি গান,
যিটি গান বিশ্বশান্তিৰ
প্ৰীতিৰ ঐকতান।

সাৱধান সাৱধান ভাঙি দিয়া ব্যৱধান
পাব লাগিব বিশ্বসভাত কৰিব উচ্চ স্থান;
মাতৃ যাৰ সুৰভাৰতী সুৰ সংজ্ঞা জ্ঞানদাত্ৰী–
সুৰে লয়ে ৰক্ষা কৰি মহাভাৰতৰ মান।

জাগাহে সুপ্ৰভাতী-সুৰভাৰতীৰ সুৰৰ সন্তান
কণ্ঠত তোমাৰ দিগ্বিজয়ী সুৰৰ অমৃত পান;
নাশি যত বিশ্ব-বিপ্লৱ হোৱাহে হোৱা আগুৱান—
দিয়া দিয়া বলিদান হিংসা-দ্বেষ আত্ম-অভিমান।

॥ ২৬ ॥

অ' আমাৰ অ' আগব দিনৰ
সোণৰ মানুহ আকৌ ওলাব,
ৰূপৰ মানুহ আকৌ ওলাব;
পৃথিৱীৰ হুপিঠি উজলি বিজুলী
চুচকুত চমক লগাব।

সোণ-তৰা অ' মানুহ দেখি আৰু তুমি নকৰিবা ভয়
হ'ব নৱ-যুগৰ নৱ-জ্যোতিৰ অৰুণোদয়
ভূত-প্ৰেত পিশাচবোৰ চিৰ-এন্ধাৰৰ
পাতালপুৰীৰ গাঁতত লুকাব।

আকাশত যোৰে যোৰে শান্তিৰ কপৌ উৰিব
মৰমে আঁকোৱালি হিয়াৰ হিয়া ভাঙিব
ঘৰে ঘৰে ঘৰ হ'ব ঘিউ-মৌ বৰষিব
শুধৰণিয়ে চকুলো সৰাব।

পৃথিৱী ৰঙে ৰূপে হ'ব প্ৰেমকান্ত
শান্তিৰ হাতে হাতে বৈজয়ন্তী—
ৰ'দে-বৰষুণে শিয়ালীৰ বিয়া
ঘৰ-চিৰিকাই তামোল কাটে আমাকো দিয়া
গীতে-মাতে উকলিবে ৰাতি পুৱাব—
ঢোলৰ কোবে শুই থকাক সাৰ পোৱাব।

॥ ২৭ ॥

অ' নৱযুগৰ, নৱজ্যোতিৰ—
তৰুণ তৰুণী, অৰুণ অৰুণীৰ দল,
আহাঁ প্ৰান্তে প্ৰান্তে একতা মন্ত্ৰে
বিশ্ব শান্তিৰ থাপনা থাপিবৰ হ'ল ।

গাবই লাগিব গান নৱযুগৰ
অ' শান্তি মুক্তিকামী স্পষ্টবাদীৰ দল
নহ'লে পাব বাক্সইতে স্বাৰ্থসিদ্ধিৰ
ষড়যন্ত্ৰ নৰহত্যাৰ শক্তি মহাবল ।

ক্ষমা নাই আজি কাল সৰ্পবোৰৰ
তাৰ বংশ ধ্বংস কৰিবৰ হ'ল,
নাই সমৰ্থনৰ প্ৰয়োজন আৰু নাই
পশুৱে নকৰে পৃথিৱী উজ্জ্বল ।

কপালত আমাৰ নৱযুগৰ যুগান্তৰৰ
নৱ-জ্যোতিৰ অৰুণোদয় হ'ল,
মেলি পাতালপুৰীৰ তিমিৰ দুৱাৰ
পিশাচবোৰ মৰিবলৈ গ'ল ।

হক পৃথিৱী আমাৰ এখনি ৰাষ্ট্ৰ
জ্যোৎস্না যামিনী শুভ্ৰ সুবিমল—
হক জাতি ধৰ্মৰ শাস্ত্ৰও এখনি
বস্ত্ৰও এখনি প্ৰেমৰ অশ্ৰুজল ।

॥ ২৮ ॥

পৃথিৱীৰ আজি সর্বশ্রেষ্ঠ শান্তিকামী গান্ধীবাদী
নেহেক আৰু আমাৰ মাজত নাই,
কান্দে জনতাই আজিহে আমাৰ
ল'লে বাপুজীয়ে চিৰ-বিদায় ।

কান্দে বিশ্বভাৰতী মাতৃদেৱীয়ে
হিয়াধুনি হিয়া ভুকুৱাই,
'ক'ত পাম এনুৱা মাণিক উজ্জ্বল
অভাগিনী মই হায় হায় হায় !'

কান্দে 'ক'লৈ গ'লা তুমি নেহেক খুড়া'
কণ কণ ভাৰতৰ অকণি মইনাই
কান্দে পৃথিৱীৰ যত শত শত জনতাই
'হে অদ্বিতীয় ক'ত আছা লুকাই
ইমান ধুনীয়া—ইমান অমিয়া—
জৱাহৰৰ তুমি অমৃত-বাণী শুনাই ?'

হে মহাভাৰতৰ, মহাজগতৰ মহান আত্মা
কৰিছিল গৌৰৱ পৃথিৱীয়ে তোমাক পাই,
কৰিবা বুলি বিশ্ব শান্তি তুমিয়েই—
পণ্ড কৰিলে সকলো—নসহিলে বিধাতাই ।

পূৰ্ণ কৰিলা অপূৰ্ণ বহুতো তথাপি
গ'লা অপূৰ্ণ বুলিয়ে চকুলো বোৱাই
লোৱা শ্ৰদ্ধাঞ্জলি শোকে হিয়াভাৰ
তব থাকিব উজলি অমৰ কীৰ্তি—
পৃথিৱী থকাল'কে জীয়াই ।

॥ ২৯ ॥

সাৱধান —সাৱধান—
গাব নিদিবা বহুৰূপীক বিশ্বশান্তিৰ গান—
লক্ষ্য আমাৰ হওক সাৱধান।

হিংসাৰ মেলি দিব কালনাগিনী
পিন্ধি অহিংসাৰ ভণ্ডকামী মুখা সিখনি
দিব দলাদলি জাতিভেদৰ আনি ব্যৱধান
হত্যাকাণ্ড ধ্বংসলীলাৰ মহাশ্মশান—
লক্ষ্য আমাৰ হওক সাৱধান।

সৃষ্টি-পাতনিৰে পৰা, এই হিংসাৰে ভৰা
অতিকে পুৰণি বহু পুৰণি, পুৰণি পৃথিৱীখনৰ
ৰতনো যে ইতিহাস--
কত শান্তিকামী আত্মত্যাগী মহা মহাপুৰুষৰ
অসাধ্য সাধনা শান্তি-বাসনাৰ বৈ বোৱা চকুলোৰে
অপূৰণ অভিলাষ,
কৰিব লাগিব পূৰ্ণ আমিয়ে ৰাখিব লাগিব মান
লক্ষ্য আমাৰ হওক সাৱধান।

হওক লক্ষ্য আমাৰ একে ধৰ্ম একে জাতি
পৃথিৱী মানুহৰ মৰমৰ এখনি ওপজা মাটি
আমাকো লাগে সেই মহামানৱৰ সেই মহাপ্ৰাণ
গোৱা, ওম্‌শান্তি বিশ্বশান্তিৰ প্ৰীতিৰ ঐকতান
লক্ষ্য আমাৰ হওক সাৱধান।

|| ৩০ ||

অ' চেনেহী ভনীটি মোৰ সোণতৰা অ'
আজি একেবাৰে আহাঁ ওলাই হিয়াৰ বগা বগা আঁচল উৰুৱাই
গৌৰোৰ চোৱাঙি আকাশত যোৰে যোৰে
শান্তিৰ বগা বগা পাৰ চৰাই—
নাথাকিবা আৰু তুমি ভিতৰ সোমাই।

নানিবা বন্ধুৱা বাযনৰ বুদ্ধি শুনি
অন্ধ কুৰুক্ষেত্ৰৰ লেতেৰা নাটখনি
উৰি যক্ যোৰে যোৰে দিয়া উৰুৱাই,
আমাৰ বগা-বগামনৰ শান্তিৰ প্ৰতীক পাৰ চৰাই
নাথাকিবা আৰু তুমি ভিতৰ সোমাই।

আজি নাই নাই ভয একো নাই বাট হেৰুৱালেও ৰাতি,
দুৰ্জনৰ মিছলায ওজা ৰুকাইটিৰ—
মানুহ খোৱা মানুহ বাঘৰ সাধুকথাটি—
নাই নাই ভয একো নাই বাট হেৰুৱালেও ৰাতি,
ভুল ভাঙি গ'ল—এইখন আমাৰ পৃথিৱী;
ভুলৰ চকুলোবোৰে হ'ব সাৰটি,
যতে ৰাতি ত'তে কাটি শান্তি শান্তি বিশ্বশান্তি—
আহাঁ প্ৰান্তে প্ৰান্তে একতা মন্ত্ৰে শান্তিৰ নিচান উৰুৱাই—
নাথাকিবা আৰু তুমি ভিতৰ সোমাই।

॥ ৩১ ॥

জোলোঙাত তোমাৰ বিশ্বমোহিনী
'এৰাবাটৰ সুৰ',
হেৰুৱা লাহৰী অতীত মাধুৰীৰ
চকুপানী ছুচকুৰ ।

'জিলিকাব লুইতৰে পাৰ' প্ৰতিজ্ঞাৰে
সাম্য-মৈত্ৰীৰ সুৰ,
লুইতপৰীয়া মানুহৰ কৰিলা
তুমিয়েই হিয়া জুৰ ।

শুনালা, 'আগলি বাঁহৰে লাহৰী গগনা'ৰ
বহু সংস্কাৰৰ সুৰ,
অভিনন্দন জনালে 'প্ৰতিধ্বনি'ৰে
দিগ্-দিগন্তই বুকুৰ ।

ভাবী নতুন কইনাইঁতে ওৰকে নেপালে
কণ্ঠ-সুৰদি মইনাৰ সুৰ,
মাথোঁ হিয়াতে সাবটি যায়যে ঘুমটি
কি যে হিয়াজুৰ সুমধুৰ ।

॥ ৩২ ॥

আজি গোৱা সবে মুক্তকণ্ঠে একতা মন্ত্রে
স্বাধীনতাৰ গান,
এই স্বাধীনতা এই ভাৰতৰ
হিন্দু-মুছ্‌লিম বন্ধু শ্বহীদৰ বুকুৰ ৰক্তদান—
তাৰেই প্ৰতীক ত্ৰিৰঙ্গ পতাকাই
সবাকো সাদৰে কৰিছে আহ্বান, জনাব সন্মান

যিদিনা হ'লোঁ স্বাধীন আমি
বাপুজীৰ অহিংস একতা মন্ত্রে কৰি মুক্তিস্নান,
নাই আজি আৰু মুখত কাৰো
লেশমাত্র পৰাধীনতাৰ ম্লান—
সেই পুণ্য-পবিত্র দিবসৰ আজিও
উঠক বাজি প্ৰেমৰ ঐকতান।

গোৱাৰ লাগিব পৃথিৱীক আজি
এই ভাৰতৰ অহিংস মন্ত্র স্বাধীনতাৰ গান,
গুচাব লাগিব পৰাধীনতাৰ ক'লীয়া এন্ধাৰ
সাম্রাজ্যবাদীৰ হওক অৱসান—
জননী জন্মভূমি স্বৰ্গাদপি গৰিয়সীৰ
ৰাখিব লাগিব মান।

জনোৱা হিয়াৰ অভিবাদন—
আকাশ উলংঘি উৰক আমাৰ ত্ৰিৰঙ্গ নিচান;
আজি লোৱা আগভাগ বিশ্বশান্তি প্ৰতিষ্ঠাৰ
প্ৰান্তে প্ৰান্তে মচি দি মুখৰ ম্লান—
হওক প্ৰফুল্লিত আলোকিত সুখী-দুখীৰ প্ৰাণ
জ' ঘোৰ জিন্দাবাদ চেনেহী হিন্দুস্থান।

॥ ৬৩ ॥

অ' মোৰ নতুন ভাৰতৰে নতুন সপোনৰে
নতুন কল্পনাৰ 'নতুন-অসম';
অনাদি অনন্ত চিৰ-বসন্ত চিৰন্তনৰ—
বিশ্ব-ধনিকৰৰ সৃষ্টি প্ৰথম।

দৃষ্টিত পৰিছে ধৰা এইখন মনোহৰা
দেৱতাৰ স্বৰ্গধাম চিৰ-মনোৰম,
মহা মহামানৱৰ সাধনাৰ সিদ্ধিলাভ
মৰিও বিচৰা পুনৰ্জনম—
অনাদি অনন্ত চিৰবসন্ত চিৰন্তনৰ
বিশ্ব-ধনিকৰৰ সৃষ্টি প্ৰথম।

দেখুৱাব জগতক ভালপোৱা ভাতৃৰৰ
অহিংস একতা মন্ত্ৰ হিয়াৰ মৰম;
প্ৰান্তে প্ৰান্তে বিশ্ব-শান্তি প্ৰতিষ্ঠাৰে আজি
গোৱাব উপাসনাৰ—'বন্দে মাতৰম্ বন্দে মাতৰম্'-
অনাদি অনন্ত চিৰবসন্ত চিৰন্তনৰ—
বিশ্ব-ধনিকৰৰ সৃষ্টি প্ৰথম।

॥ ৩৪ ॥

ভয় নাই আৰু ভয় নাই
দুখ-নিশা হ'ব অৱসান,
গোৱা প্ৰান্তে প্ৰান্তে বিশ্ব-শান্তিৰ
জয়ধ্বনি জয়গান।

তুমি বহুতোযে খালা বহু লুকুৱালা
বহু অট্টালিকা বান্ধি দেখুৱালা
সেইবোৰ আৰু নহয় তোমাৰ
জনতাৰ হ'ব সমতাৰ অধিকাৰ
আজি 'বাইজে মোৰ ৰজা ঐ'
বিশ্ব-শান্তিৰ অভিযান।

নাই নাই পৰিত্ৰাণ—
সময থাকোঁতেই বিনা অনুৰোধে কৰা মুক্তহস্তে দান,
শত শত আজি লাচিতৰ দলে কৈছে বিড়িয়াই সৌ
'দেশতকৈ মোমাই ডাঙৰ নহয়'—
সাৱধান আজি সাৱধান।

॥ ৩৫ ॥

আজি মোৰ মানুহ দেখিলে
বৰ ভয় লাগে আইতা বৰ ভয় লাগে
বনৰ বাঘে নাখালেও—
খায় মনৰ বাঘে আইতা বৰ ভয় লাগে।

তুমি কোৱা ৰাক্ষকৰ সাধুকথাবোৰ
আইতা সাধুকথাবোৰ
মনত পৰিলে দিন দুপৰীয়াতেই
হিয়া কঁপি উঠে মোৰ,
আজি তাৰ উদাহৰণ
আমাৰ দেশৰ মহা মহা লংকালৈ যোৱা
গুৰু ভকতৰ গাত খাটে আইতা বৰ ভয় লাগে।

কথাবোৰ তেৰাসিন্ধুৰ পানী নসৰকা
ভাত নোখোৱা ভকত যেনে অনাহাৰে থকা,
আঁঠুলৈ কৰযোৰে শপত গ্ৰহণ কৰা
যেনে স্বাৰ্থত্যাগী দেশ-হিতৈষী ৰাইজৰ হকে মৰা,
আজি তাৰ প্ৰমাণ পালোঁ ৰাৱণ ৰাক্ষসৰ
লগুৱাটোৰ গাতে আইতা বৰ ভয় লাগে।

গায় চোৰাং বেপাৰীহঁতে দেগাৰ দেখুৱাই—
'আমি ৰাক্ষকৰ ছেলা কাকো নকৰো পৰোৱাই',
'লুইতৰ পাৰৰে আমি ডেকা ল'ৰা' নাই আৰু নাই না!
মোমাইৰ মূৰে কটা সেই বীৰ লাচিতো নাই—
আজি মানুহেই দেখা পালো মানুহ কাটি খোৱা
বলে পাৰে যেয়ে যাকে আইতা বৰ ভয় লাগে।

# আধুনিক

॥ ১ ॥

যাবৰে দিনা মোৰ নাকান্দিবা তুমি
মুটুকিবা চকুপানী,
যদি ভাবি পোৱা এখনি হিয়াৰ
আমি দুয়ো এটি প্ৰাণী—
মুটুকিবা চকুপানী ।

শোকৰ গানেৰে নিদিবা মেলানি
এটি মধুমিলনৰ শুনাবা ৰাগিনী
খোপাতে গুঁজি লৈ মালতীৰে পাহি
সাজি-কাচি প্ৰেম-ৰাণী—
মুটুকিবা চকুপানী ।

ভালপোৱা যদি জগতে ওলাবা
উৰি গুচি যাব দেখাকে নাপাবা
অশৰীৰী আমাৰ একেটি আত্মা
প্ৰেমৰো একেটি ৰাণী—
মুটুকিবা চকুপানী ।

॥ ২ ॥

ঋতুপতি মই মধুমতী
কণ্ জুন্ জুন্ কণ্ জুন্ বাজে নেপুৰ
মোৰে আঁচলৰ কপৌ কেতেকীৰ
গোন্ধে উতলা মৃদু মধুৰ—
কণ্ জুন্………

দিওঁ গছে গছে শুকান পাতত আনি
জীয়াই থকাৰ মন্ত্ৰ সঞ্জীৱনী
ময়ে সেই বহাগী বসন্তবাণী
জুৰ হিয়া জুৰ দিগন্ত বুকুৰ—
কণ্ জুন্………

|| ৩ ||

সুন্দ সৰোবৰৰ পদুম ছিঙি ছিঙি
কতনো পিন্ধালোঁ গাঁথি কণ্ঠহাৰ,
মাণিকৰে ভৰা সাউদৰ ডিঙৰা
বুৰিল যদিও ভাঙি তাৰ বাৰ—
কতনো পিন্ধালোঁ গাঁথি কণ্ঠহাৰ।

কণ্ঠে কণ্ঠে দিলো গুণ গুণনি গানৰ
চিৰ চেনেহী মোৰ মাতৃভাষাৰ,
হিয়া-শোণিতৰ দিলোঁ সেন্দুৰীয়া বোল
পাহিয়ে পাহিয়ে প্ৰীতি-উপহাৰ—
মাণিকৰে ভৰা সাউদৰ ডিঙৰা
বুৰিল যদিও ভাঙি তাৰ বাৰ—
কতনো পিন্ধালোঁ গাঁথি কণ্ঠহাৰ।

মাজে মাজে দিলোঁ গাঁথি বৈ বোৱা জনমৰ
মোৰ জনমৰ অশ্ৰু মুকুতাৰ,
আজিও মিচিকি হাঁহে পিন্ধি পূৰ্বেৰুণে
সেই জয় মালা মোৰ কবিতাৰ—
মাণিকৰে ভঁৰা সাউদৰ ডিঙৰা
বুৰিল যদিও ভাঙি তাৰ বাৰ
কতনো পিন্ধালোঁ গাঁথি কণ্ঠহাৰ।

যদিও আছোঁ বৈ যাত্ৰী সিপাৰৰ মই
নামি আহে ঘনঘোৰ সন্ধিয়াৰ,
তথাপি মুমুৰা নাই উদ্দীপনাৰ
মাণিকৰে ভৰা সাউদৰ ডিঙৰা
বুৰিল যদিও ভাঙি তাৰ বাৰ—
কতনো পিন্ধালোঁ গাঁথি কণ্ঠহাৰ।

॥ ৪ ॥

কাৰ দূৰণিৰ কাৰ দূৰণিৰ
সুৰ আহে ভাহি বাঁহীটিৰ
ঢালিলে শীতল গধূলি মলয়া বা ছাটিৰ।

সন্ধিয়া এন্ধাৰ হ'ল
পখী উৰি উৰি
আপোন বাহলৈ গ'ল
মোৰ প্ৰাণ আকুলিলে ক'ৰ দূৰণিৰ
ভাৱলা পঁজাটিৰ।

মিলি যা মিলি তাৰ সুৰতে—
অসীমৰ বুকুতে
অ' মোৰ যত যি বিননি
বুকুৰে ভাষাটিৰ।

॥ ৫ ॥

তুমি সুশুনা গানৰ
শুনালা অমিয়া সুৰ।

ক'লা গানে গানে গানৰ সুৰেৰে
তুমি মোৰ তুমি মোৰ।

পুৰতিৰ আনিলা মৃদু সমীৰণ
সূৰুযৰ সানিলা সোণালী কিৰণ
মোৰ ফুলালা হিয়াৰ প্ৰেমৰ সুৰভি
আছিলে তন্দ্ৰা বিভোৰ।

সন্ধিয়াৰ আনিলা দূৰণিৰ মলয়া
জীৱনত ঢালিলা জীৱনৰ অমিয়া
নিশা ধৰণীৰ অকলশৰীয়া
কম্পিত মোৰ শঙ্কিত হিয়া
হিয়ালৈ টানি ল'লা আঁকোৱালি
কৰি শঙ্কা হিয়াৰে দূৰ।

॥ ৬ ॥

হেৰ বনৰ লতা
ফুলে তোৰ হৃদয় ভৰা
গন্ধে-ভালে মেৰাই ধৰা
কি যে আৱেগ আকুলতা
দিগ্‌-দিগন্ত বিয়পি যায়
গন্ধ ব্যাকুলতা।
আছে তোৰো শোণিতৰ ধাৰ
কিয় ফুল দিয় ছিঙিব গাৰ
নেপাৱনে ব্যথা
মোৰ জ্বলে বুকুৰ চিতা
মানৱ মাথোঁ ভিত্তিহীন
ভীৰু দুৰ্বলতা।

॥ ৭ ॥

সিযে তোমাৰেই প্ৰিয় তোমাৰেই
তোমাৰেই অৱসান,
অভিশাপ মোৰ জীৱনৰ এই
হিয়া ভগা যত গান।
অভিমান যিদিনাই দিছোঁ মোৰ
বলিদান
যিদিনা মাৰিলা সেই হিয়াত
অগনি-বাণ—
আজি আছে তাৰ হাহাকাৰ
নয়নৰ শতধাৰ
অপবাদ অপমান।
তুমিয়ে সিদিনা ক'লা
ভালপোৱা হ'ব জয়
ছলনা ই মাথোঁ আজি
প্ৰতি পলে পলে ভয়
মোৰ সেয়েতো হৃদয়ে আজি
বিচাৰে ভিক্ষাৰী সাজি
জীৱনৰ অৱসান।

॥ ৮ ॥

মোৰ গানেৰে আনিম চিৰ
উছৱ প্ৰীতি পৰাণৰ ;
ঢালিম সুৰৰ মধু মূৰ্ছনা
দেৱ গন্ধ শত নন্দনৰ
উছৱ প্ৰীতি পৰাণৰ ।

দিম ছন্দে ছন্দে গন্ধ আকুল
নাচিব হিয়াৰ প্ৰণয় দুকূল
ৰসৰ ধাৰা বোৱাম অমৃতৰ
কল্পনা নিতে নতুনৰ
সুন্দৰৰ ৰূপ সন্ধানৰ
উছৱ প্ৰীতি পৰাণৰ ।

ভাৱৰ জ্বলাম প্ৰদীপ সোণৰ
জেউটি প্ৰাণৰ ৰূপহী জোনৰ
ভাষাৰ মালা পিন্ধাম মাতৃৰ
গাঁথি মনৰে তপোবনৰ—
উছৱ প্ৰীতি পৰাণৰ ।

॥ ৯ ॥

গান আহিছিলো গাব বাটকুৰা মই
আধকুৰা জীৱনৰ,
লগ মিছাতেই পালো কতনো লগৰী
উছন্নৰ মিলনৰ
আধকুৰা জীৱনৰ।

নাজানিলোঁ আধা গঁথা হ'ব বুলি
উপহাৰ হৃদয়ৰ
কপালত আছে বিজুলীৰ ৰেখা
ছযাময়া সপোনৰ
আধকুৰা জীৱনৰ।

ভাগকুৰা মোৰ জীৱনে লভিব
বাটৰ শেষত জুৰ,
তাতে যদি হয় অপূৰণ এই
হৃদযৰ আশা পূৰ—
গাই যাম গান বুটলি মুকুতা
জগতৰ চৰণৰ—
আধকুৰা জীৱনৰ।

॥ ১০ ॥

মই আঁকা জীৱনৰ হেঙুলীয়া কিৰণৰ
ছবিখনি গিৰি শিখৰৰ,
নোৱাৰা চাপিব কাষ তাহানিও তুমি তাৰ
সূৰুযৰ জ্যোতি প্ৰখৰৰ।

মোৰ যত অভিযান জীৱনৰ জয়গান
কাৰো নিমিলা যে ধ্বনি চিএগ্ৰৰ
মইতো বিচৰা নাই সুকোমল হিয়া হায়
শৰতৰ নিশা নিয়ৰৰ।

আছে কপালত আঁকা মোৰ ধৰণীৰ চৰণৰ
পণয়ৰ ৰেখা সেন্দূৰৰ,
নহয় পূজাৰী মই প্ৰেমৰ প্ৰতিমা আঁকা
দুৰ্বল ভীৰু হৃদয়ৰ।

॥ ১১ ॥

মই গঁথা জীৱনৰ আঁৰে আঁৰে
যি ধাৰি মালা মুকুতাৰ,
নল'লে কোনেও যদি সাদৰী এবাৰ
সেয়ে মোৰ তৃপ্তি হিয়াৰ।

হিয়াৰ আছিলে ভাত হিযাৰো হিয়াৰ
তেজৰঙা সূৰুযৰ জেউতি পুৱাৰ
এটি বিশ্ব বিনন্দিযা ছন্দ মোহনীয়া
নন্দন গীতি-কৱিতাৰ
নললে কোনেও যদি ·

গাই যাম গান মোৰ আঁৰে আঁৰে
হিয়াৰ আপোন সুৰ মৌ ভাযাৰে
তুলি ছন্দে ছন্দে কুলু কুলু কুলু ধ্বনি
অমৃত সুধা নিজৰাৰ
নল'লে কোনেও যদি ·

॥ ১২ ॥

কিয় আকৌ পৰিলি এৰি যোৱা ডালত
গানৰ পখীটি মোৰ
শুকান পাতত সেউজী ঢালিলি
প্ৰাণৰ সুৰেৰে তোৰ ?

কোনেনো শুনিব সুৰ হিয়া ভৰি
উৰি গ'ল বুলি পেলালে পাহৰি
কোনেনো বুটলি ল'বহি দুৰ্বাৰৰ
চকুলো মুকুতাবোৰ ?

নেলাগে বিলাব হিয়াৰ সুৰভি
ডাৱৰে ঢাকিব পুৱাৰ পূৰবী
যদিও জোনাকি ঢাকিছে উজলি
জাগে মোৰ শঙ্কা ঘোৰ '

॥ ১৩ ॥

শৰতৰ জোনালী যামিনী অই
তোৰেনো কোলাতে আজি অ' মই,
ৰচিম, মৰিম গাই মোৰ গান
কৰিম উতলা মৰতৰ প্ৰাণ।

শেৱালিৰে মালা গাঁথি অ' মই
ছুৰৰি বুকুতে সুৰভি থই
লুকাম জোনৰ পোহৰ ঢালি
গছে বনে ফুলে আঁকোৱালি।

জলমল্ নিয়ৰৰ মুকুতা অই
সেউজী বননি শুৱনিকৈ
কি জুই লগালি হিয়াতে মোৰ
জীৱনে লগৰী বিচাৰে তোৰ।

ক'ৰেনো মলয়া বা ছাটি অই,
ঢালিনো হিয়াৰ শীতলে তই
মাতিলি হ'বগৈ একোটি প্ৰাণ
দিলে অ' কোনোবা দেশৰে জান।

॥ ১৪ ॥

এটি দেখিছিলো ময়ো
　　বুকুতেই মৰণৰ
জিল্ মিল্ সোণোৱালী
　　মধুময় জীৱনৰ—
　　বুকুতেই মৰণৰ।

সেই আভা জিলিকনি
জয়মালা জয়ধ্বনি
　　যাত্ৰা নৱ জীৱনৰ,
গন্ধ ফুলনি বননি
দীপ্ত বিপুল ধৰণী
　　অৰুণৰ তৰুণৰ
　　বুকুতেই মৰণৰ।

সেই মোৰ হেঙুলীয়া
সেই মোৰ লাজুকীয়া
　　সাতৰঙা সপোনৰ,
কান্দি বন-বিৰহিনী
বিচৰা পৰশমণি
　　ঝাঁৰে ঝাঁৰে মিলনৰ
　　বুকুতেই মৰণৰ।

॥ ১৫ ॥

নিঠুৰে ছিঙিলে কঠোৰ পৰশে
আঙুৰি হিয়াৰ তাঁৰ,
মুৰ্ছিলে হায় আঘাত প্ৰাণৰ
কিযে সেই হাহাকাৰ।

আহিছিলো খুপি খুপি
চকুলো ব্যথাৰ টুকি
ভাবিছিলো এটি গাই যাম গান
বিপুল বিশ্বসভাৰ।

নাশিলে নাশিলে মোৰ
সুখৰ অমিয়া সুৰ
নিদিলে নাপালো ভগা পঁজাটিৰ
শান্তি একণো হিয়াৰ।

॥ ১৬ ॥

এদিন গোৱাম হিয়াৰ তোমাৰ
মোৰ হিযাভগা গান,
বোৱাম চকুলো ব্যথা বেদনাৰ
অপবাদ-অপমান।

মই অঁকা জীৱনৰ
ধুনীয়া ছবিখনি
হেঙুলীয়া সুকৰৰ
জেউতি জিলিকনি—
অঁকাম হিয়াৰ তপত তেজেৰে
সুন্দৰৰ সন্ধান।

মই গঁথা যি ধাৰি
মাণিকী সোণৰ হাৰ
নহয় যৌৱনৰ
ৰূপ-তৃষা কামনাৰ।
পিন্ধাম গঁথাই বিশ্ব বিনন্দীয়া
জীৱনৰ অৱদান।

॥ ১৭ ॥

এদিন কোনোবা ছঁয়ামমা এটি
পুৰভিৰ সপোনে হায়,
হিয়াৰে মালতীৰ বেণু উকমালে
প্ৰেমৰ বাঁহীটি বায়।

পূব আকাশতে ভুমুকি মাৰি মোক
মিচিকি হাঁহিৰে চায়,
দি গ'ল গোলাপী গালতে চুমাটি
ৰূপজ্যোতি দেখুৱাই
হিয়াৰে মালতীৰ বেণু উকমালে
প্ৰেমৰে বাঁহীটি বায়।

কি যাঁদু কৰিলে সি দুটি নয়নে
আজিও পাহৰা নাই
যাৰবে পৰতে মনতে পাৰিছে
সিখনি মুখকে চায
হিয়াৰে মালতীৰ বেণু উকমালে
প্ৰেমৰে বাঁহীটি বায়।

॥ ১৮ ॥

কি সুন্দৰ অ' সুন্দৰ
আকাশৰ জোনৰে পোহৰ,
জুৰবিয়ে গাঁথে হাৰ
নিয়ৰৰ মুকুতাৰ
জেউতি হিয়াৰ মনোহৰ—
অ' মোৰ আকাশৰ জোনৰে পোহৰ।

শেৱালিয়ে দেখুৱালে
তৰুলা হিয়া অ' শুকুলা হিয়া
কোনে মোক আঁকি দিলে
ছবি ধুনীয়া অ' কবি বলিয়া
মৰমতে মলয়াই
ধীৰে ধীৰে বা বলাই
আছে লৈ হাতত চোঁৱৰ—
অ' মোৰ আকাশৰ জোনৰে পোহৰ।

ফুলিবনে আৰু মোৰ
মৰহা শেৱালি অ' হাঁহি উজলি
জীৱনৰে অমানিশা
হ'বনে জোনালী অ' জ্বলি দীপালী
গাই যোৱা যিটি গান
যৌৱনৰ অভিমান
আহিবনে কপৰে কোঁৱৰ ?
অ' মোৰ আকাশৰ জোনৰে পোহৰ।

॥ ১৯ ॥

অ' পুৱতিৰ বা হাটি সুৰভিৰ
কোনোৱা সাগৰৰ
সিপাৰে শৰতৰ
নিশা ফুলা শেৱালিৰ !
ৰিব্ ৰিব্ বা ৰিব্
হিয়া জুৰ
মলয়া দেশৰে
মৰমৰ সুৰ ;
হিয়াতে আনি কোনে অ' যায়
বাহি ফুল চানেকিৰ !
কেলেই দেখুৱালি অ'.
হিয়া কালি কালি
পাহি পদ্মৰে
হাঁহি আঁকোৱালি ;
লুকাৰ ছবিটি তেনেই কাকি দি
বুকুতে পুৱা ভৈৰৱীৰ !

॥ ২০ ॥

তোমাৰেই অপৰূপ ৰূপতৃষা জাগে মোৰ
পুৱতি হিয়াৰে মালতীৰ
নয়নৰ পাহি চুমি মৰম-মদিৰা তুমি
ঢালি দিয়া মৃদু বা হাতিৰ ।
তোমাৰেই অধৰৰ সুকোমল পৰশৰ
কোমলতা প্ৰণয়-প্ৰীতিৰ
জ্বলি উঠা দাবানল অবিৰাম অবিৰল
চায়নি মিঠা হাঁহিটিৰ ।
শুনা পাওঁ সুললিত মন-প্ৰাণ আকুলিত
ব্যাকুল ৰাগিনী বাঁহীটিৰ
সেয়ে মোৰ কামনাৰ সাধনা আৰাধনাৰ
নিবেদন ভকতি মিনতিৰ ।

॥ ২১ ॥

প্ৰথম জেউতি ঊষাৰ—
কোন মায়াবীৰ সপোন পুৰীৰ
মাণিকী সোণৰ দুৱাৰ।
বন-বিহগীয়ে গালে যি এবাৰ
কণ্ঠসুৱদি ৰাগিনী সুধাৰ
মোৰে সি বিহগী পৰাণ সুৰগী
হিয়াৰে সোণালী সজাৰ।
প্ৰথম জেউতি জিলিমিলি
জীৱন তৰণী সোণোৱালী
কেনি গ'ল উটি কোন সাগৰৰ
বিচাৰি অপাৰৰ পাৰ।

॥ ২২ ॥

স্মৃতিৰ বুকুত থৈ যাম মোৰ
প্ৰীতিৰ ৰঙা ৰক্তলেখা
গাব জনম জীৱনৰ ডালে ডালে
কণ্ঠ-সুৱদি বিহগী ঊষা।
দুখৰ এন্ধাৰ আহিব নিদিম
জোনৰ হিৰণ কিৰণ ঢালিম
মৰতত ইন্দ্ৰসভা পাতিম
জ্বালি দীপাগ্নি মন্ত্ৰ-শিখা।
সৰগৰ নন্দন শূন্য কৰিম
স্মৃতিৰ বুকুত গন্ধ আনিম
আপোন সুৰেৰে জগত জিনিম
সঞ্জীৱনী মোৰ মাতৃভাষা।

॥ ২৩ ॥

মোৰ জীৱনৰ যিকণি সেউজী
গছে-বনে ঢালি দিম,
লীন হৈ বুকুতে সেউজীয়াৰ
ময়ো জুৰ বৰষিম।

শুকান পাতৰ বিননি বুকুৰ
তুলিব আৰু নিদিম,
জীয়াই থকাৰ যুগমীয়াৰ
সেউজী মন্ত্ৰ ঢালিম
লীন হৈ বুকুতে... .. ।

গাব মোৰ ডালতে গীত বিহগীয়ে
কণ্ঠমাধুৰী শুনিম,
উলাহত ময়ো বতাহৰ সতে
বিশ্ব শীতল কৰিম
লীন হৈ বুকুতে.. ... ।

মোৰ হৃদয়ত আছে মানুহৰ
চেনেহ অপৰিসীম,
এই পৃথিৱীতে সেউজীয়াৰে
শান্তিৰ বেদী সাজিম
লীন হৈ বুকুতে.. .... ।

॥ ২৪ ॥

যদি মৰহি সৰে
শেৱালিৰ পাহি মোৰো
        মৃদু সুৰভি দৰে।
পাওঁ যদি সেণুৱাৰ
        হিয়াৰ ভকুলাখিনি
এটি নিশা জীৱনৰ
        জোনাকৰ জিলিকনি—
·সুবিমল, সুশীতল
        ঢালি দিয়া সকাতৰে।
সেয়েতো বিচাৰোঁ মই
        আধকৰা জীৱনৰ
আধা গোৱা যিটি গীত
        গাবলই জনমৰ
পিন্ধাবলৈ মালাধাৰি
        মই গঁথা উজাগৰে।

॥ ২৫ ॥

তুমি মোৰ দুচকুৰ দৃষ্টিভঙ্গী যতনুৰ
        বিজুলীৰ দীপশিখা,
অমানিশা আলোৰথী জীৱনৰ দ্রুতগতি
        কপালৰ চন্দ্ৰৰেখা
        বিজুলীৰ দীপশিখা।
ভয় নাই তুমি মোৰ যৌৱনৰ তুৰাতুৰ
        শান্তিময়ী সহায়িকা
মাতৃ জন্মদাত্ৰী ধাত্ৰী বিনাশিনী হিংসুক পাপী
        ৰণচণ্ডী সংহাৰিকা
        বিজুলীৰ দীপশিখা।
সুন্দৰ তুমি মোৰ সত্য   সঙ্গীত নিত্য নৃত্য
        অক্ষয় অমৃত ভিক্ষা,
চিন্তাশক্তি শান্তি তৃপ্তি অন্তৰ উজ্জ্বল দীপ্তি
        মন্ত্ৰ অমৰণ দীক্ষা
        বিজুলীৰ দীপশিখা।

॥ ২৬ ॥

গাই যা হেৰ মাটিৰ বুকুত
জীৱনৰ জয়গান,
মান-অভিমান দে বলিদান
ন শিৰ পাতি অপবাদ অপমান ।

নাই আলোচনা সমালোচনা
নেপাতিবি ভালে কাণ,
লক্ষ্য যে তোৰ কৰিব ভ্ৰষ্ট
হ'ব পশু অভিমান ।

তোৰ দি যা দি অ' বুকুৰ তেজেৰে
আছেমানে অৱদান,
মৰিলে টুকিব মাটিৰ মানুহে
চকুলো এটুপিমান ।

এই মাটিতেই জনম যে তোৰ
নাই একো ব্যৱধান,
চাকিব লাগিব জীৱনৰ বন্তা
পৰিমল মৃদু ঘ্ৰাণ
সাৱধান—সাৱধান ।

॥ ২৭ ॥

তুমিয়ে গোৱালা মোৰ এই হৃদয়ৰ
কল্ কল্ তটিনীৰ গান,
বোধিব নোৱাৰা ফেনে-ফোটোকাৰে ভৰা
ধাৰাসাৰ বাৰিষাৰ বান ।

তুমিয়েই আঁকি দিয়া
ৰামধেনু আকাশৰ
চিকিমিকি ঢালি দিয়া
জিলিকনি পৰশৰ
ছিঙিব নোৱাৰা তোমাৰেই যোৰা মোৰ
সেউজীয়া জীৱনৰ তান ।

মোৰ এই কণ্ঠভৰা
চেনেহ চকুলো সনা
স্মৃতিৰ বুকুত ৰোৱা
সুন্দৰৰ আৰাধনা
জ্যোতিকণা যিটি জীৱনৰ জনমৰ
তোমাৰেই-সিযে অৱদান ।

॥ ২৮ ॥

তুমি মোৰ জীৱনৰ কবিতাৰ এটি ছন্দ,
পুৱতিৰ ঢালি দিয়া কুসুমিত মৃদু গন্ধ।

হৃদয়ৰ হৰষৰ কোমলতা পৰশৰ
পুলক হৃদয়ানন্দ,
তুমিয়েই দিয়া আঁকি সুন্দৰৰ ৰূপজ্যোতি
নাশি নয়নৰ অন্ধ।

তোমাৰ হাতত আছে মোৰ এই অপৰাধী
জীৱনৰ মৃত্যু-দণ্ড,
তোমাৰেই সতে গঁথা আছে মোৰ যত ব্যথা
প্ৰণয়-প্ৰীতি অখণ্ড।

॥ ২৯ ॥

কৰি তুমি মৃত্যু তোমাৰ সুন্দৰ কল্পনাৰ,
সাগৰ সম অতলৰ তল চিন্তা গভীৰতাৰ।
ধন্য তুমি ভাৰতাকাশৰ বিশ্ব-গৌৰৱ উজ্জ্বল ৰবি
বাজি ৰ'ব হৃদয়-বীণাত গন্ধ-গীতিৰ তুমি কবি
জ্বলি ৰ'ব স্মৃতিৰ প্ৰদীপ ধ্ৰুৱ তাৰকাৰ।

ঋষি তুমি প্ৰেম যজ্ঞৰ তোমাৰ মন্ত্ৰ, বাত্মবাণী
ধৰাৰ য'ত মানৱ প্ৰাণী নতশিৰে ল'লে মানি
দিলে পূজাৰ উচ্চ আসন মহামানৱতাৰ।

হোৱা নাই মৃত্যু তোমাৰ মৃত্যুঞ্জয়ী চিৰ অমৰ
ধৰাৰ তুমি নিৱেদনৰ জন্ম এটি গীত গন্ধৰ
আহিছিলা তুলিবলৈ সুৰৰ ঝঙ্কাৰ—
জনাওঁ তোমাক শ্ৰদ্ধা হিয়াৰ প্ৰণাম শতবাৰ।

॥ ৩০ ॥

গুচি যোৱা জীৱনৰ
সোণোৱালী দিনবোৰ
হিয়াৰে মোৰ বীণখনি বায়।

হিয়াৰ নাচোন তুলি
অৰুণৰ আঁকোৱালি
তৰুণৰ পৰশ বুলাই
হিয়াৰে মোৰ বীণখনি বায়।

গাইছিলে যিটি গান
যৌৱনৰ অভিমান
মোৰ সেই হেঙুলী উৰাই
প্ৰণয়ৰ পিন্ধি হাৰ
যাচি শত উপহাৰ
ৰূপে গোন্ধে জেউতি চৰাই—
হিয়াৰে মোৰ বীণখনি বায়।

বিচাৰি নোপোৱা ওৰ
অতীতৰ বহুদূৰ
এৰি অহা ওমলা সি ঠাই
আজি মোৰ সামৰণি
মৰমৰ সোঁৱৰণী
কোনে আহি দিয়ে সোঁৱৰাই
হিয়াৰে মোৰ বীণখনি বায়।

॥ ৩১ ॥

প্রিয় ভাল লাগে যদি মোর
গাবা এটি মাথোঁ গান;
হিয়া শোণিতেরে লিখা
সেয়ে মোর অম্লান—
গাবা মাথোঁ এটি গান।

তার ছন্দে ছন্দে আছে
তোমার কাহিনী-কথা;
শিল্পী-জীৱনর যত
ঘাত-প্রতিঘাত ব্যথা
তুমি মই মই তুমি
নাই একো ব্যৱধান—
গাবা মাথোঁ এটি গান।

আছে আৰু গাই অহা
জীৱনর যত গান;
আঁকি লোৱা ছবিখনি
সুন্দরর সন্ধান
দিয়া মান-অভিমান
বিনিময়ে পোৱা তার
অপবাদ-অপমান
গাবা মাথোঁ এটি গান।

কোনেনো খুলালে হিয়াৰে দুৱনি
দোক-মোকালিতে মোৰ,
মেলি নয়নৰ পাহি চুমি চুমি
ভাঙিলে ঘুমটি ঘোৰ—
দোক-মোকালিতে মোৰ ।

বিচাৰি নাপালোঁ পালোঁ পুৰি মৰা
বিৰহ যাতনাবোৰ,
নোপোৱা কৰিলে ভালপোৱা মোৰ
হিয়া ভাঙি-ছিঙি ওৰ
দোক-মোকালিতে মোৰ ।

(আজি) দিয়া মোৰ আনি তুমিয়েই ভঙা
নভগা ঘুমটি ঘোৰ,
কপালত আঁকি ৰেখা চৰণৰ
তুমি মোৰ হিয়া চোৰ—
দোক-মোকালিতে মোৰ ।

॥ ৩৩ ॥

পামনে মৰিব জোন হৈ জিলিকি
হিয়াৰ পোহৰ ঢালি,
কপালত সোণৰ মাখুৰে খচকা
চৰণৰ ধূলি-মালি।

পুৱা পূবেৰুণ ওলাই জিলিকি
আকাশৰ হিয়া ফালি,
মোৰ হিয়া ফালি ওলাই কোনেনো
জিলিকিব আঁকোৱালি।

অগুৰু চন্দন ডালত জিলিকি
ময়ূৰে ধৰে ঐ চালি,
মোৰ মন-ডালতে কোনেনো জিলিকি
নাচিবহি হালি-জালি।

দেখুৱায়ে যোৱা বগে বগাখনি
আকাশী হিয়াতে মিলি,
(মোৰ) মনে যায় তেনেকৈ মিলিব এবেলি
নাথাকিম আৰু কালি।

॥ ৩৪ ॥

আছে আজিও হিয়াৰ মোৰ পাচে পাচে,
সেই স্মৃতিৰ পৰশ মৃদু আজিও আছে।
মোৰ গালৰ চুমাৰ হেঙুলীয়া বোলখনি
তুমিয়েই ৰাতিপুৱা আকাশত দিয়া সানি
ছন্দহীন জীৱনৰ বাজি উঠা বীণখনি
গীতে-নাচে
সেই স্মৃতিৰ পৰশ মৃদু
আজিও আছে।
মোৰ ই চকুলোটুপি তুমিয়েই এৰি যোৱা
যতমানে জীৱনৰ লাজ-অপমান পোৱা
আৰু কত অভিযোগ কৰা মই তোমাৰেই
পাছে পাছে
সেই স্মৃতিৰ পৰশ মৃদু
আজিও আছে।

॥ ৩৫ ॥

মই গাওঁ আজি জীৱন-আহুতি
জীৱনৰে জয়-গান,
তুমি নানিবা হিয়াৰ চঞ্চলতাৰ
অধীৰ মদিৰ পান।
ক্ষুধা হ'ব মোৰ শক্তি-বাহিনী
তৃষ্ণা বুকুৰ অগ্নিবাণ
নেলাগে তোমাৰ মৰণ-যাত্ৰীৰ
ক্লান্ত জীৱনৰ গান
লাগে মোক ধ্বংসি বাধাৰ প্ৰাচীৰ
নতুনৰ ব্যৱধান !
নেলাগে তোমাৰ দেখুৱাৰ সেই
হিয়াৰ স্বৰ্ণ-দুৱাৰ,
প্ৰাণত উঠিছে বাজি ৰণ-ভেৰী
অৰুণ উদয় পুৱাৰ
মচি যাম মোৰ শত ক্ষুধিতৰ
চুমা দি মুখৰ ম্লান।

॥ ৩৬ ॥

মোৰ জীৱনৰ নব-প্ৰভাতৰ
সিঁচি দিম জ্যোতি অৰুণৰ
বোৱাম শান্তিৰ সাম্যৰ নিজৰা
গঢ়িম পৃথিৱী নতুনৰ ।

জগতৰ সতে মোৰ
মিলাম হিয়াৰ সুৰ
দেখুৱাম বাজি উঠা
অগনি-বীণা বুকুৰ
গাম উৰি উৰি মুক্ত বিহগীৰ
এটি কণ্ঠ-গীত জীৱনৰ ।

এন্ধাৰ কৰিম দূৰ
নয়ন-জ্যোতিৰে মোৰ,
খোজৰ বুটলি ল'ম
মাণিক মুকুতাবোৰ
আঁকিম এখনি বিশ্ব-বিনন্দীয়া
কল্পনা ছবি সপোনৰ ।

॥ ৩৭ ॥

ধৰ গোৰ অ' গুৰিয়াল
কাটি যাব লাগিব ঢৌ
অনন্ত যে কাল।

বলে পছোৱা যদি
হাতৰ নেৰিবি মুঠি
ৰাখিবি মনৰ গাঁথি
তৰি বুকুৰ পাল—
কাটি যাব লাগিব ঢৌ
অনন্ত যে কাল।

নহয় দুদিন দুনীয়া
স্মৃতিৰ যাউতিযুগীয়া
চকুৰ আগৰ গুচাই যা তোৰ
যত যি জঞ্জাল—
কাটি যাব লাগিব ঢৌ
অনন্ত যে কাল।

॥ ৩৮ ॥

আমাৰ পৃথিৱীখন সেউজীয়া বিতোপন
সাতৰঙা সপোনৰ সাতোটি বৰণ,
আমাৰ মুখৰ পৰা বিৰিঙি ওলোৱা যত
হেঙুলীয়া সূৰ্যৰ সোণালী কিৰণ।

আমাৰেই জীৱনৰ সেউজীয়া সপোনৰ
উলাহত নাচি উঠা কুমলীয়া মন,
আমিয়েই ভঙা-গঢ়া নতুনৰ ৰূপ দিয়া
চকুত চমক লগা জেউতি বহুণ।

আমিয়েই লিখি যাম আমাৰেই অধিকাৰ
ইতিহাস শতিকাৰ কৰি আহৰণ,
আমিয়েই গাই যাম আমিয়েই শুনি যাম
জীৱনৰ জয়গান তুলি আলোড়ন।

॥ ৩৯ ॥

যদি চঞ্চল ফাগুনে
অঞ্চল টানে হিয়াৰ
কিয় ফুৰে মন সপোনৰ
বনে বনে মৃগয়াৰ।

যদি কুসুম গন্ধ সুধাৰ
নিশ্বাসে নসহে প্ৰিয় তোমাৰ
নাগাঁথিবা মালাধাৰি
চকুলো মুকুতাৰ।

॥ ৪০ ॥

দোলনি দিলেহি বনে বনে মনে মনে,
ক'ৰেনো গোপনে আছি নিলাজী পবনে
বনে বনে মনে মনে।

আজি নেমানে যে হায় বুজনি মনে
হৃদয় উতলা যাব মৃদু পৰশনে—
বনে বনে মনে মনে।

॥ ৪১ ॥

ঘন ঘোৰ আজি এই
বাৰিষা নিশাৰ,
উজ্জলাব আছি কোনে
দিশা দীপ শিখাৰ।

মেঘে গুৰু গুৰু—
কঁপে হিয়া ছুৰু ছুৰু ছুৰু
শঙ্কা জাগে ঘনে হিয়াৰ।

॥ ৪২ ॥

বাৰিষাৰ ৰাতি কোনে জ্বলালেহি
বুকতে বিৰহৰ শিখা,
মেঘৰে গাজনি হিযাৰে কঁপনি
জাণে কাৰ ৰূপতৃষা।

আউলী বাউলী বুকৰে কাচলি
কোনেনো দিবহি দেখা,
শুৱনি ফুলনি সেউজী ধৰণী
এন্ধাৰে ছাটিলে, দিশা।

॥ ৪৩ ॥

কিয় নয়নতে লিখি দিলা জাগৰণ
আঁকি প্ৰতি পলকত
চিৰসুন্দৰ তব আনন।

মোৰ হিয়া নীলিমাৰ
অৰ্দ্ধ চন্দ্ৰ মাজে
জাগি মূৰতি তোমাৰ
মধুৰ বাঁহীটি বাজে—
তুলি অন্তৰ প্ৰতি কোণে
পুলক স্পন্দন।

॥ ৪৪ ॥

চোৱা মেলি দেৱতা
নয়ন তোমাৰ
দীপ নুমালে পূজাৰ
পাবানে বিচাৰি সম্ভাৰ ?

যদি নোচোৱা এটি বাৰ
ভাগি যব বেদী হিয়াৰ
শঙ্খ-ঘণ্টা আৰতিৰ ধ্বনি
নাবাজিব পুনুবাৰ !

॥ ৪৫ ॥

কাৰ চৰণ ঘুঙুৰাৰ শুনো ধ্বনি,
হৃদি যমুনা প্ৰেম স্ৰোতস্বিনী ।

বাজে ৰুণু ঝুণু ৰুণু ঝুণু
কান্দে বনতলি বেণু
আনে মূৰ্ছনা মধু মন্দাকিনী ।

কি যে সেই চৰণৰ
কান্দে মৰণ মাগি বিৰহিনী ।

॥ ৪৬ ॥

বিদায়ৰ পৰতে নয়নৰ কোণতে
ভৰিছে বিষাদ-বাৰি,
পৰাণে নসহে দিবলৈ মেলানি
দিলে যদি নাহে ঘূৰি ।

আজি পিন্ধা এই গীতি-মালিকাৰ
প্ৰাণে প্ৰাণে দিছোঁ গাঁথি প্ৰীতিহাৰ
ৰ'ব স্মৃতিৰ মাজে
নিতে নৱ সাজে
এটি ভুমুকি মাৰি ।

# 'বিৰহী'ৰ পাতনি

পাতনি লিখা অভ্যাস মোৰ নাই। শ্ৰীমান আনন্দিৰ অনুৰোধ এৰাব নোৱাৰি কোনো দিনে নকৰা কাম কৰিবলগীয়া হ'ল। মোৰ এই নলগা জেওত লাগিবলৈ যোৱাৰ ধৃষ্টতা সুধীসমাজে ক্ষমা কৰিব বুলি আশা কৰিলোঁ।

মনীষী ৰোমা ৰোলাই সঙ্গীতবিদসকলক দুভাগত বিভক্ত কৰিছে। তেখেতৰ মতে এভাগ হৈছে গায়ক-সমাজ, আনভাগ হৈছে গায়ক নহয় কিন্তু সঙ্গীতৰ ৰসগ্ৰাহী সমাজ। প্ৰথম বিধক তেখেতে Musician আৰু আনবিধক Musicologist বুলিছে। সঙ্গীতৰ ৰসবোধ-শক্তি মোৰ সমূলি নাই বুলি ক'লে মিছা কোৱা হ'ব। যিখিনি আছে তাৰ পৰাই বুকুত সাহ বান্ধি লৈ 'বিৰহী'ৰ সামান্য চিনাকি দিবলৈ বুলি এই পাতনিৰ অৱতাৰণা আৰু এয়েই মোৰ পাতনি লিখিবলৈ যোৱা স্পৰ্দ্ধাৰ কৈফিয়ৎ।

ৰঙ্গমঞ্চত অভিনয় চাবলৈ গৈ কেতবোৰ সুন্দৰ সুৰৰ গীত শোৱা শুনিছোঁ, অভিনয়ৰ পিছতো সেই গীতবোৰ বহুতে গাই থকা শুনিছোঁ, আৰু ৰেকৰ্ডত কেতবোৰ অসমীয়া গীত শুনি তৃপ্তি লাভ কৰিছোঁ, কিন্তু সেইবোৰ গীত যে শ্ৰীমান আনন্দিৰ কাপৰ পৰাই ওলোৱা তাক পিছত জানিবলৈ পাই মনত ততোধিক আনন্দ লাভ কৰিছো। 'বিৰহী'ৰ লেখকক মই বহুদিনৰে পৰা জানো, কিন্তু সঙ্গীত ৰচয়িতা হিচাপে জনা নাছিলো।

প্ৰাপ্তিতকৈ আকাঙ্ক্ষা যাৰ মনত মহত্তৰ, সিদ্ধিতকৈ সাধনা যাৰ মনত শ্ৰেয়তৰ, সেইসকলৰ শাৰীত লেখ লব পাৰি unsung Poet আনন্দিক। টকাৰ টোপোলাৰ মাজত আনন্দিৰ জন্ম হোৱা নাই। নানা দুখ-কষ্টৰ মাজেদি 'বিৰহী'ৰ ৰচকে জীৱনৰ কণ্টকাকীৰ্ণ পথ পৰিষ্কাৰ কৰি লবলৈ পুৰুষাৰ্থ কৰি আছে। সংসাৰৰ অভাৱ-অভিযোগ, সহোদৰ ভ্ৰাতৃৰ বিয়োগ আদি নানা বিপদ-বিঘিনিয়েও তেওঁৰ অন্তৰৰ সঙ্গীতৰ কলধ্বনি বন্ধ কৰিব পৰা নাই। সুৰভাৰতীৰ আহ্বান-গীতি তেওঁৰ কণ্ঠত উদাত্তসুৰেই গীত হৈছে। "তোৰ আকুল হিয়াৰ ব্যাকুল ব্যথা নেজানিলে কোনেও হায়,"—অন্তৰৰ বন্ধ বেদনাকো ভাষা পেলাই লৈ সুৰভাৰতীৰ বন্দনা ধ্বনিত হৈ উঠে। কিন্তু এনেকুৱা অন্তৰ্ঘাত মানুহৰ অন্তৰত প্ৰকৃত যিটো ৰূপ ফুটি উঠা উচিত তেওঁৰ ক্ষেত্ৰতো

তাৰ ব্যতিক্ৰম হোৱা নাই। এই কাৰণেই হবলা আমি তেওঁৰ 'বিৰহী'ৰ—

অ' মন তোৰ চাপিল সিপাৰে নাও

* * *

জীৱনে মোৰ সন্ধিয়া হ'লে সমনীয়া

* * *

তোৰে দুখৰ কথা কোনে পতিয়াব—
ক'ৰে নাৱৰীয়া তই,
মোৰেনো এখনি বুকুৰ ঐ চেলেং,
যা পালে তৰি লই।

* * *

এই ঘাটতেই হেৰুৱালো মই
হিয়াৰে আপোন সুৰটি অই।

আদি গীতবোৰত মানৱ-হৃদয়ৰ শাশ্বত করুণ উচ্ছাস এটি দেখিবলৈ পাওঁ। কোমল বয়সীয়া লেখকৰ অন্তৰৰ আবেগ ইমান করুণ সুৰত ফুটি উঠা দেখিলে অস্বাভাৱিক যেন লাগে। ই জানিবা বাতিপুৱাৰ পুৰবী। তেওঁৰ কেতবোৰ গীতৰ ভাব যেনে ওখ, তাৰ ভাষা, ৰূপক আৰু ছন্দও সেইদৰে অনুন্নত নহয়।—"সিপাৰে জ্বলিছে কাৰ চিতা জুই,
ইপাৰে পৰিছে ছাই—
আজিনো কিয় এই ঘাটত ঐ সেই ৰূপহী নাই,
(মোৰ বন্ধু) কোন ৰূপহী তাই।"

"লুইতৰ সিপাৰে কোনে গা পখালে ৰূপৰে গোন্ধে যোৱাই—দেখি ভোলে যাব ধৰিব নোৱাৰ, তোৰ গা কৰে বাইজাই অ' বলিয়া তোৰ গা কৰে বাইজাই"

"লৈ যায় তোৰ খোজৰ ধূলি,
বতাহে সৌ মাণিক বুলি
জঁয় পৰি গ'ল তোৰ ৰূপতে মোৰ পদূলিৰ ফুল (ৰূপহী) মোৰ পদূলিৰ ফুল।" ইত্যাদি গীতবোৰলৈ লক্ষ্য কৰিলেই ওপৰত লিখা কথাষাৰ বুজিবলৈ টান হৈ নপৰে। ...বন্দিনী জন্মভূমিৰ দুৰ্দশায়ো কবিৰ মনত আঘাত নকৰাকৈ থকা নাই। সেয়ে আমি তেওঁৰ
"স্বৰ্গতো অধিক জনমভূমি—জননী আজি যে বন্দিনী"
"নাই কতো আৰু তোমাৰ নিচিনা, চেনেহী জননী মোৰ—
তোমাৰ নামতে সকলো ব্যথাৰ বেদনা হয় মধুৰ!" আদি গীতত পৰাধীনতাৰ বেদনাৰ ছন্দোময় ধ্বনি ঝঙ্কৃত হৈ উঠে।

আত্মবিস্মৃত ধ্বংসোন্মুখ অসমীয়া জাতিৰ অন্ধকাৰ ভৱিষ্যতলৈ ইঙ্গিত এটা দি সাৱধানবাণী শুনোৱাও আমি কবিৰ লেখাত দেখিবলৈ পাওঁ :

"অ' ডেকা অসমীয়া ভাই—তোমাৰ দৰে সৰল সহজ
ক'তো দেখা নাই।
নিজে নাখাই পৰক বিলাই ৰাখিছা জীয়াই,
সেই দেখিছে আজি আমাৰ এনে গতি ভাই।"
"আৰু নাইকিয়া অ' অসমীয়া, মোৰ বোলা মাটি, বাৰী—
দূৰ বিদেশীয়ে গোঁজ-খুঁটি পুতি,
হ'ল আহি অধিকাৰী।" —ইত্যাদি

শ্ৰীমান আনন্দিৰ প্ৰায়বোৰ গীতত যে প্ৰাকৃতিক বৰ্ণনাৰ সজীৱতা, উচ্ছ্বাসিত কল্পনা আৰু কৱিতাৰ প্ৰাচুৰ্য আছে তাক অস্বীকাৰ কৰিবৰ উপায় নাই। মোৰ বিশ্বাস, অসমীয়া সঙ্গীত-সাহিত্যত 'বিৰহী'য়ে এটা বিশিষ্ট স্থান অধিকাৰ কৰিব পাৰিব।

আমাৰ সাহিত্যৰ পুথি নিচেই তাকৰ। সঙ্গীতৰ মাজেদি ভাষা আৰু জাতীয়তা প্ৰচাৰ কৰিবলৈ কিমান উজু তাক সন্তীয়া বঙালী গান গাই ফুৰা আমাৰ গায়ক সমাজেই স্বীকাৰ কৰিব। আমাৰ সঙ্গীত-সাহিত্য যিমানেই চহকী হয় তিমানেই আমাৰ মঙ্গল।

শ্ৰীমান আনন্দিৰ 'বিৰহী'ত ছপা হোৱাৰ উপৰিও আৰু কেতবোৰ গীত আছে। পাঠক আৰু গায়ক সমাজে 'বিৰহী'ক চেনেহৰ চকুৰে চালে তেওঁৰ পৰা আৰু দুই-এখন সঙ্গীতৰ পুথি পাবলৈ আশা কৰিব পাৰি।

মই আগতে উল্লেখ কৰি আহিছোঁ যে 'বিৰহী'খন অন্তৰৰ কদ্ধ বেদনাৰ এটা কৰুণ উচ্ছ্বাস। সেই কাৰুণ্যৰেই 'বিৰহী'য়ে মেলানি মাগিছে :

"বন্ধু, হবা আজি মোৰ মহানিশা—সুখে দুখে অনুৰাগী,
লোকৰ হকে জীৱন নিয়ালোঁ, নেপালোঁ কৰুণা মাগি।
দান লোৱা আজি ভগা বীণা মোৰ—বজোৱা এবাৰ বিদায়ৰ সুৰ,
সকলোৱে আজি থাকিবা বন্ধু—নেথাকিম মই ৰ'বাগী।"

আৰু এইখিনিয়েই শ্ৰীমান আনন্দিৰ অন্তৰৰ কথা। মই আশা কৰোঁ আনন্দিয়ে সঙ্গীত-সাধনাৰ ক্ষেত্ৰৰ পৰা বিদায় নলৈ তেওঁৰ বীণত আমাক যেন আৰু নতুন নতুন সুৰ শুনায়।

শ্ৰীঈশ্বৰ চৌধুৰী
(৪।২।৩৭)